# দ্ৰৌপদী।

লিখক আৰু প্ৰকাশক

শ্ৰীমহেশচন্দ্ৰ শৰ্ম্মা কটকী।





প্ৰথম তাঙ্গৰণ।







যোৰহাটৰ দৰ্পণ প্ৰেচত,
শ্ৰীটুনিৰাম শৰ্ম্মা বৰুৱা দ্বাৰা ছাপা হ'ল।

বেচ ।/০ পাঁচ অনা।

# ভুমিকা।

দ্ৰৌপদী প্ৰাতঃস্মৰণীয়া "পঞ্চকন্যাৰ" এক "কন্যা"; আৰু ভাৰতীয় ৰমণী-সমাজৰ গৌৰৱ-স্বৰূপা। তেওঁ অতি বুদ্ধিমতী, সুচতুৰা আৰু পতিগতপ্ৰাণা তিৰুতা আছিল। পতিব্ৰতা তিৰুতাই নিজৰ আৰাধ্য দেৱতা স্বামীৰ সেৱা কেনেকৈ কৰে, দ্ৰৌপদী তাৰ এক উজ্জ্বল আদৰ্শ। আমাৰ কোমলমতি সৰু লৰা-ছোৱালীবিলাকে তেওঁৰ কাহিনী পঢ়ি শিকিবলৈ অনেক আছে; কিন্তু দুখৰ বিষয় তেনে পুথি আমাৰ ভাষাত অতি বিৰল। সম্প্ৰতি বন্ধুবৰ শ্ৰীযুত কটকীদেৱে সেই অভাৱ কিছু পৰিমাণে দূৰ কৰিবৰ মনেৰে, এই পুথিখনি ৰচনা কৰি, ৰাইজৰ আগত দাঙ্গি ধৰিছে; সেই বুলি তেখেত আমাৰ সকলোৰে শলাগৰ পাত্ৰ।

বন্ধুবৰ শ্ৰীযুত কটকীদেৱ "জয়-ঢোল কোবোৱা" বিধৰ সাহিত্যিক নহয়; তেখেত এগৰাকী "জুহালত গঢ়ি শাললৈ ওলোৱা কমাৰ"। হাঁতুৰী মৰাত তেখেতৰ হাতখন বেয়া নহয়। ভাষাত তেখেতৰ অধিকাৰ আছে; "কৃতী সমালোচক" সকলে কেনে পায় ক'ব নোৱাৰোঁ; কিন্তু মই হ'লে তেখেতৰ লিখা বৰ ভাল পাওঁ। তেখেতৰ ভাষা অতি সৰল, শ্ৰুতিমধুৰ আৰু ঘৰুৱা-ঠাচৰ। কোমল বয়সীয়া সৰু সৰু লৰা-ছোৱালীৰ পক্ষে তেনে ভাষাই নিতান্ত উপযোগী বুলি বিবেচনা কৰোঁ। মই আশা কৰোঁ লৰা বুঢ়া সকলোৱেই "দ্ৰৌপদী" পঢ়ি ভাল পাব; আৰু একোখনিৰ গ্ৰাহক হৈ, লিখোঁতাক উৎসাহ দিব।

সাধাৰণতে কোমলমতি সৰু লৰা-ছোৱালীৰ উপযোগীকৈ পুথি লিখা সকলো লিখোঁতাৰ পক্ষে সহজসাধ্য নহয়; আমাৰ শ্ৰীযুত কটকীদেৱৰ গাত সেই গুণ ফেৰিৰ আভাস পোৱা গৈছে। তেখেতৰ হাতত "শিশু মহাভাৰত," "বেতাল পঞ্চবিংশতি" আৰু "ভীষ্ম" নামে তেনে ধৰণৰ আৰু তিনিখনি ভাল পুথি হাতেলিখা অৱস্থাত আছে। ৰাইজৰ পৰা উৎসাহ পালে, সেই কেইখনিয়েও শীঘ্ৰে গা দেখাদি অসমীয়া ভাষা আৰু সাহিত্যৰ জেউতি এঢ়াৰ বুলি মই ডাঠি কৰ পাৰোঁ। ইতি—

চকলাটেঙ্গা, যোৰহাট। ⎫
৩। ১। ২৮ চন। ⎭ শ্ৰীহিতেশ্বৰ বৰ-বৰুৱা।

---

# লিখকৰ গোহাৰি।

বৰ্ত্তমান যুগৰ উন্নত ভাষাবিলাকত সৰু সৰু ল'ৰা-ছোৱালীবিলাকৰ উপযোগী অনেক পুথি আছে; কিন্তু আমাৰ ভাষাত তেনে ধৰণৰ পুথি নিচেই তাকৰ। সেই অভাৱ চুলি-এডাল-মান গুচাবৰ মনেৰে আৰু কোমল-মতি ল'ৰা-ছোৱালীবিলাকৰ আগত মহাভাৰতৰ চিত্ৰটো চমুকৈ দাঙ্গি ধৰাৰ উদ্দেশ্যেৰে এই ক্ষুদ্ৰ পুথিখনি লিখিলোঁ। এই পুথি লিখিবৰ যে মই সম্পূৰ্ণ অনুপযুক্ত আৰু ইয়াত যে বহুত বঢ়া-টুটা দোষ হৈ গৈছে তাক মই ভালকৈ বুজিছোঁ আৰু মুক্তকণ্ঠে স্বীকাৰ কৰিছোঁ। মোৰ এই উদ্যম যে বাওনাই চন্দ্ৰ ধৰিবলৈ যোৱাৰ তুল্য হৈছে, তাত অলপো সন্দেহ নাই। তথাপি অসমীয়া-ভাষা-মাতৃৰ চৰণত নিৰ্গন্ধ ফুল এপাহি সঁপি সেৱা জনাবলৈ মোৰো বিশেষ আগ্ৰহ জন্মাত, এই কামলৈ মৰ-সাহ দিলোঁ। আশা-কৰোঁ সহৃদয় পাঠক-পাঠিকাসকলে, নিজ-গুণে, মোৰ ধৃষ্টতা ক্ষমা কৰিব।

অসমীয়া ভাষা সকলো বিষয়তে বৰ চহকী হলেও এই ভাষাৰ নিভাঁজ শব্দবিলাক ব্যৱহাৰ কৰা মানুহৰ সংখ্যা দিনক-দিনে কমি গৈছে যেন লাগে। যদিহে মোৰ অনুমান একেৰিমানো সঁচা হয়, তেন্তে ই বৰ পৰিতাপৰ বিষয়; আৰু আমাৰ ভাষাৰ বিশিষ্টতা ৰক্ষা কৰিবৰ নিমিত্তে গা-মুৰি দিবৰ সময় আহিল। এই পুথিখনিত যিমান পাৰোঁ সিমান নিভাঁজ ঘৰুৱা শব্দ আৰু খণ্ড-বাক্য প্ৰয়োগ কৰিবলৈ বৰ পুৰুষাৰ্থ কৰিছোঁ; কিন্তু কাৰ্য্যত কিমান কৃতকাৰ্য্য হ'ব পাৰিছোঁ, তাৰ মীমাংসা ৰাইজে কৰিব।

ৰাইজৰ পৰা পুতো পালে এনেকুৱা আৰু দুখন-চাৰিখন পুথি প্ৰকাশ কৰিবৰ ইচ্ছা থাকিল।

নিজে ভালকৈ প্ৰুফ্ চাব নজনা দোষত ইয়াত ঠায়ে-ঠায়ে অলপ ভুল হৈ গ'ল। যদি ৰাইজৰ অনুগ্ৰহত ই কোনোবা জোনত দ্বিতীয় তাঙ্গৰণত ভৰি দিব পাৰে, তেন্তে সেই আসোঁৱাহ গুচাবলৈ যত্ন কৰিম।

যিবিলাকৰ নিমিত্তে এই পুথিখনি লিখা হৈছে, ইয়াৰ দ্বাৰা যদি সিবিলাকৰ ধনিষ্ঠামানো উপকাৰ হয়, তেন্তে মোৰ পৰিশ্ৰম সাৰ্থক মানিম।

পৰিশেষত জনাওঁ যে লব্ধ-প্ৰতিষ্ঠ সাহিত্যিক শ্ৰীযুক্ত হিতেশ্বৰ বৰবৰুৱা, সাহিত্য-ৰথী শ্ৰদ্ধাস্পদ শ্ৰীযুক্ত চন্দ্ৰধৰ বৰুৱা, [illegible] পূৰ্ণানন্দ শৰ্ম্মা পাঠক বি-এল, শ্ৰীযুক্ত দেবেন্দ্ৰনাথ বেজবৰুৱা বি-এল, আদি কেইগৰাকীমান কৃতবিদ্য লোকে, এই পুথিখনি হাতেলিখা অৱস্থাত থাকোতেই, মোক বহুত বুদ্ধি-ভাৰসা দি সহায় কৰিছিল ; আৰু ই যে আজি ৰাইজৰ আগলৈ ওলাব পাৰিলে, ইও সিবিলাকৰ উদগণিৰ ফলহে। সেইবাবে তেখেতসকলৰ ওচৰত কৃতজ্ঞ থাকিলোঁ। অলমতি-বিস্তৰেণ। ইতি—

কটকীপুখুৰি, যোৰহাট।
১লা জানুৱাৰী, ১৯২৮ চন।

ৰাইজৰ কৃপা-প্ৰাৰ্থী,
শ্ৰীমহেশচন্দ্ৰ শৰ্ম্মা কটকী।

———

শ্ৰীকৃষ্ণচন্দ্ৰায় নমঃ।

# দ্ৰৌপদী

## প্ৰথম অধ্যায়।

কৌৰৱ আৰু পাণ্ডৱসকলৰ বংশ পৰিচয়।

বিখ্যাত চন্দ্ৰবংশত, প্ৰতীপ নামেৰে স্বনামধন্য এজন ৰজা আছিল। তেওঁৰ পুতেকৰ নাম শান্তনু। শান্তনু ইমান ভাল ৰজা আছিল যে, তেওঁৰ ৰূপ আৰু গুণত মুগ্ধ হৈ, স্বয়ং গঙ্গাদেৱী আহি তেওঁত বিয়া সোমাইছিলহি। দেৱব্ৰত নামেৰে এটি ল'ৰা থৈ তেওঁ স্বৰ্গলৈ গুচি গ'ল।

গঙ্গাদেৱী যোৱাৰ পাচত, শান্তনুৱে আৰু এগৰাকী কুঁৱৰী বিয়া কৰাইছিল। তেওঁৰ নাম সত্যৱতী। সতিনীয়েকৰ পুতেক দেৱব্ৰতে কিবা টাটক-নাটক কৰিব বুলি সন্দেহ কৰি, সত্যৱতীৰ বাপেকে, সত্যৱতীক শান্তনুলৈ বিয়া দিবলৈ পোনতে কেৰ-ঘেঁহাইছিল। সেই কাৰণে, দেৱব্ৰতে, "মই ৰজা নহওঁ আৰু বিয়া নকৰাওঁ" বুলি প্ৰতিজ্ঞা কৰিব লগা হৈছিল। পিতাকক

সন্তোষ দিবৰ মনেৰে, স্বাৰ্থত্যাগ কৰি, এনে ভয়ঙ্কৰ প্ৰতিজ্ঞা কৰা বাবে, তেতিয়াৰে পৰা তেওঁৰ নাম 'ভীষ্ম' হ'ল।

কালক্ৰমে সত্যৱতীৰ দুটি ল'ৰা হ'ল। বৰজনৰ নাম চিত্ৰাঙ্গদ, আৰু সৰুজনৰ নাম বিচিত্ৰবীৰ্য্য। বিয়া-বাৰু নৌ কৰাওঁতেই চিত্ৰাঙ্গদ ঢুকাই থাকিল। বিচিত্ৰবীৰ্য্যলৈ কাশীৰ ৰজাৰ দুগৰাকী জীয়েক—অম্বিকা আৰু অম্বালিকাক-বিয়া কৰোৱা হৈছিল। কিন্তু কোনো সতি-সন্ততি হ'বলৈ নৌ পাওঁতেই তেৰোঁ স্বৰ্গী হ'ল। প্ৰসিদ্ধ কুৰুকুল ইমানতে লোপ পায় পায় হৈছিল; কিন্তু ব্যাসদেৱৰ তপোবলৰ প্ৰভাৱত, দুয়ো গৰাকী কুঁৱৰীৰ এটি এটিকৈ ল'ৰা হ'ল। অম্বিকাৰ পুতেকৰ নাম ধৃতৰাষ্ট্ৰ; আৰু অম্বালিকাৰ পুতেকৰ নাম পাণ্ডু। ধৃতৰাষ্ট্ৰই বিয়া কৰালে গান্ধাৰ দেশৰ ৰজাৰ জীয়েক গান্ধাৰীক। এওঁৰ দুৰ্য্যোধন, দুঃশাসন আদি কৰি এশ ল'ৰা, আৰু দুঃশলা নামেৰে এটি ছোৱালী হ'ল। পাণ্ডুৱে দুগৰাকী ৰাণী বিয়া কৰাইছিল। বৰ গৰাকীৰ নাম কুন্তী; তেওঁৰ যুধিষ্ঠিৰ, ভীম আৰু অৰ্জ্জুন নামেৰে তিনি জন ল'ৰা হ'ল। সৰু গৰাকীৰ নাম মাদ্ৰী; নকুল আৰু সহদেৱ তেওঁৰ পুতেক।

ধৃতৰাষ্ট্ৰ জন্মান্ধ আছিল। সেই বাবে, তেওঁৰ ভায়েক পাণ্ডু, হস্তিনাৰ ৰজা হ'ল। মৃগয়া কৰিবলৈ যাওঁতে, বনত, এদিন তেওঁৰো হঠাৎ মৃত্যু হ'ল।

ধৃতৰাষ্ট্ৰৰ পুতেকসকলক "কৌৰৱ" আৰু পাণ্ডুৰ পুতেক-সকলক "পাণ্ডৱ" বোলে।

পাণ্ডৱসকলৰ প্ৰতি দুৰ্য্যোধনৰ দুৰ্ব্ব্যৱহাৰ।

পাণ্ডু ৰজা ঢুকুৱাৰ পাচত, হস্তিনাৰ ৰাজপাটৰ কাৰণে, কৌৰৱ আৰু পাণ্ডৱসকলৰ ভিতৰত বৰ খোৱা-কামোৰা লাগিল। আগেয়ে কৈ অহা হৈছে যে ধৃতৰাষ্ট্ৰ জন্মান্ধ থকা বাবে পাণ্ডুহে ৰজা হ'ব লগা হৈছিল। সাধাৰণতঃ ৰজাৰ ল'ৰা ৰাজসিংহাসনত বহাৰ নিয়ম। সেই হিচাবে, পাণ্ডুৰজাৰ বৰ পুতেক যুধিষ্ঠিৰহে হস্তিনাৰ সিংহাসনত বহিব লাগে। কিন্তু ধৃতৰাষ্ট্ৰৰ পুতেক দুৰ্য্যোধন, দুঃশাসন আদিয়ে, এই কথাত মৰণান্তিক বেজাৰ পালে; আৰু এই সুযোগতে ৰাজসিংহাসন তেওঁবিলাকৰ হাতলৈ আনিবৰ মনেৰে, কঁকালত টঙ্গালি বান্ধি লাগিল। তেওঁবিলাকৰ অসৎ উদ্দেশ্য কাৰ্য্যত পৰিণত কৰিবৰ কাৰণে পাণ্ডৱসকলৰ বিৰুদ্ধে সিবিলাকে অতি জঘন্য প্ৰকাৰৰ ষড়যন্ত্ৰ কৰিবলৈ ধৰিলে। পুতেকসকলৰ কথাকে নকওঁ, যুধিষ্ঠিৰ ৰজা হোৱা কথাটো, বুঢ়া ধৃতৰাষ্ট্ৰৰ কাণতো ভাল নালাগিল। পুতেক-ইতক সজ পৰামৰ্শ দি ভাল বাটলৈ অনা তেওঁৰ নিচিনা বৃদ্ধ মানুহৰ উচিত আছিল। কিন্তু তেওঁ তাকে নকৰি, তলে-তলে তেওঁবিলাকক ফেঁটাইহে দিলে। দুৰ্য্যোধন 'নেবা' বুলিলেও চাবি চাপৰ বোৱা বিধৰ মানুহ আছিল; তাতে আকৌ যেতিয়া পিতাকৰ গৰ্ভাশয় বুজি ল'লে, তেতিয়া তেওঁ উনৈছত-বা-বলাবলৈ ধৰিলে। সাতে-পাঁচে, অলপ দিনৰ ভিতৰতে পাণ্ডৱসকলৰ দুখ কুলাই-পাচিয়ে নধৰা হ'ল।

কুটমনিয়াৰ দুৰ্য্যোধনে দেখিলে যে, পাণ্ডৱসকলক মাৰিবলৈ হ'লে, জয়ে-জয়ে সকলোতকৈ বাহুবলী ভীমক দিহা লগাই নল'লে ইকেইজনৰ গাত হাত দিবলৈ সুবিধা নহ'ব। আকৌ ভীমক মাৰিবও লাগিব আৰু কথাটোও অঃফুট হৈ থাকিব লাগিব। এতেকে, বিহ খুউৱাৰ বাহিৰে, এই কাম খোজ-মাৰি কৰিবলৈ, আৰু আন উপায় নাই। ইয়াকে ঠিক কৰি, তেওঁ এদিন ভীমক বিহ খুৱালে কিন্তু ঈশ্বৰৰ ইচ্ছাত, ভীমৰ একো নহ'ল। এই কথা ঘুনুক-ঘানাককৈ পাণ্ডৱসকলৰ কাণত পৰিলত, তেওঁবিলাক আৰু কুন্তীয়ে বৰ ভয় খালে; আৰু বৰকৈ গা চম্ভালি ফুৰিবলৈ [illegible]। ভীমক মিঠৈৰ লগত বিহ খুৱাই মাৰিবলৈ যি দুৰ্য্যোধনৰ সত যায়, সেই নেওচা-খোৱা দুৰ্য্যোধনে কৰিব নোৱাৰা নীহ কাম কিবা আছে জানো ?

ভীমক বিহ খুৱাই মাৰিব নোৱাৰি, দুৰ্য্যোধনে, এইবাৰ সকলোটিকে একেলগে পুৰি মাৰিবলৈ ভিতৰে-ভিতৰে চক্ৰান্ত কৰিবলৈ ধৰিলে। দুৰ্য্যোধনৰ আদেশমতে বাৰণাবত নামেৰে ঠাইত, লা, ঘিঁউ, ধূনা, আৰু তেল আদি বস্তু কৰা, কামী, চাল, বাৰ আদিত সুমাই, এটা ঘৰ সজোৱা হ'ল। এই ঘৰটোৰ নামেই 'জতুগৃহ'। ঠিক হ'ল যে, ধৃতৰাষ্ট্ৰই লহন দি, পাণ্ডৱসকলক তাত কিছুদিন থাকিবলৈ পঠাব; তাৰ পাচত সুবিধা চাই, সেই কামত দুৰ্য্যোধনৰ সোঁ-হাত পুৰোচন মন্ত্ৰীয়ে এদিন, সেই ঘৰত জুই লগাই দি, তেওঁবিলাকক

জীয়াই-জীয়াই পুৰি মাৰিব। তেতিয়া হ'লে, শত্ৰুও মৰিব আৰু কথাৰো ভেদ নাভাগিব।

নিৰ্দ্দিস্ট দিন-বাৰত, পাঁচ পাণ্ডৱ আৰু কুন্তীদেবী, বাৰণাবতলৈ যাত্ৰা কৰিলে। পাণ্ডৱসকলৰ বিদুৰ নামেৰে এজন পৰম হিতৈষী দদায়েক আছিল। ষড়যন্ত্ৰটো বৰ গুপুতে-গুপুতে হৈছিল যদিও তেওঁ তাৰ ফুট পাইছিল; সেই গুণে, দুৰ্য্যোধনৰ দুৰভিসন্ধিৰ কথা তেওঁ পাণ্ডৱসকলক কৈ সতৰ্ক কৰি দিলে। তেওঁৰ পৰামৰ্শ অনুসাৰে, ছেগ চাই, জতুগৃহৰ ভিতৰেদি এটা সুৰঙ্গ যুগুত কৰি ৰখা হৈছিল; আৰু শত্ৰুৱে ঘৰত জুই দিয়া মাত্ৰকে, সেই সুৰঙ্গেদি পলাই গৈ পাণ্ডৱসকলে কথমপি পাৰ পালে; নচেৎ ঘৰৰ লগে-লগে তেওঁবিলাকো পুৰি জাহ গলহেতেন। ঘটনাক্ৰমে এজনী নিষাদী আৰু তাইৰ পাঁচ পুতেক, সেই ৰাতি, জতুগৃহত শুই আছিল। সিহঁত তাতে পুৰি ছাই হ'ল। সিহঁতৰ পোৰা হাৰ-মূৰবোৰ দেখি, লোকে ভাবিলে যে পাণ্ডৱসকল দৰাচলতে পুৰি মৰিল।

সুৰঙ্গেদি গৈ পাণ্ডৱসকল অগাধ হাবিত সোমালগৈ। তাৰ পাচত, ছদ্ম বেশেৰে ভালেমান দিন অ'ত-ত'ত ঘূৰিপকি অৱশেষত, ব্যাসদেৱৰ পৰামৰ্শ মতে, একচক্ৰা নগৰলৈ গ'ল; আৰু তাত এঘৰ বামুণৰ ঘৰত থাকিবলৈ ল'লেগৈ। তেওঁবিলাক পুৱাই ভিক্ষালৈ যায়, আৰু গধূলি উলটি আহে। মাগি-খুজি যি পায় তাকে আনি, আটাইকেউজনে মিলি

বামুণৰ ঘৰত থাৰহি। ইয়াত, তেওঁবিলাকে ভিক্ষুকৰ বেশেৰে এই দৰে, পেট-প্ৰবৰ্ত্তাবলৈ ধৰিলে।

ইয়াৰ কিছুদিনৰ পাচত, এজন অতিথি বামুণৰ মুখে তেওঁবিলাকে বাতৰি পালে যে, পাঞ্চাল-ৰাজ-দ্ৰুপদৰ জীয়েক দ্ৰৌপদীৰ, সোনকালে স্বয়ম্বৰ হ'ব।

---

## দ্বিতীয় অধ্যায়।

দ্ৰৌপদীৰ জন্ম বিবৰণ।

পাঞ্চাল দেশত দ্ৰুপদ নামেৰে এজন ৰজা আছিল। তেওঁৰ আন এটা নাম যজ্ঞসেন। ৰজাই 'পুত্ৰেষ্টি' যজ্ঞ কৰি, ল'ৰা ছোৱালী এহালি লাভ কৰিছিল। চিক্‌মিকীয়া ৰথ এখনত উঠি, ল'ৰাটি যজ্ঞৰ-অগ্নিৰ পৰা ওলাল; আৰু ছোৱালীটি ওলাল যজ্ঞৰ বেদীৰ পৰা।

ছোৱালীটি বৰ দীপ্-লীপ্ আৰু তেজেমুখে-ফুটিযায় ফুটি-যায় আছিল। তেওঁ অলপ মিঠা বৰণীয়া আছিল যদিও গঢ়-পিট আৰু ঠাচত হ'লে জাকত জিলিকা আৰু চকু-দিলে-চকু-ৰোৱা আছিল। মুঠতে, তেওঁ পাত-মুগী চৰাই যেন গঢ়িত আৰু ল-নি আছিল। তদুপৰি, তেওঁৰ গাৰ পৰা সদায় সাঁজো পদুম ফুলৰ বাচ ওলাই থকাত, বাটৰ বাটৰুৱায়ো খন্তেক

বৈ, তেওঁক নোচোৱাকৈ যাব নোৱাৰিছিল। তেওঁ বৰ সাধ্বী আৰু গুণৱতীও আছিল। গাৰ বৰণ অনুসৰি তেওঁৰ নাম হ'ল 'কৃষ্ণা'। পিতাকৰ নাম অনুসাৰে তেওঁৰ নাম দুটা হ'ল এটা 'দ্ৰৌপদী' আৰু আনটো 'যাজ্ঞসেনী'। পাঞ্চাল দেশত জন্ম হোৱা বাবে, তেওঁৰ চতুৰ্থ নাম 'পাঞ্চালী'। তেওঁৰ পঞ্চম নাম 'পাৰ্বতী' আছিল। কিন্তু তেওঁৰ সকলোৰে জনাজাত নাম দ্ৰৌপদীহে।

দ্ৰৌপদীৰ স্বয়ম্বৰ।

শুক্ল পক্ষৰ চন্দ্ৰমাৰ দৰে, দ্ৰৌপদী, দিনক-দিনে উথলি আহিল। বিবাহযোগ্যা হ'লত, দ্ৰুপদ ৰজাই তেওঁৰ বিয়াৰ আয়োজন কৰিলে। এই স্বয়ম্বৰৰ কথাকে পাণ্ডৱসকলে বামুণ এজনৰ মুখে একচক্ৰ নগৰত শুনিছিল বুলি, আগেয়ে কৈ অহা হৈছে। সেই কথা শুনি তেওঁবিলাকে ভাবিলে, 'ইয়াত থাকি বৰ আমনি লাগিছে, আৰু লাহে-লাহে মানুহেও ভিক্ষা নিদিয়া হৈছেহি। অতএব, এই চলতে পাঞ্চাল দেশলৈ গ'লে, স্বয়ম্বৰ দেখাও হ'ব; দেশ চোৱাও হ'ব'। এইদৰে গুণা-গঁথা কৰি থাকোঁতেই, হঠাৎ ব্যাসদেৱৰ লগত সিবিলাকৰ দেখাদেখি হ'ল। তেওঁ, তেওঁবিলাকক তালৈ যাবলৈ পৰামৰ্শ দিলে। তেতিয়া শুভ দিন-বাৰ চাই, পাণ্ডৱসকলে পাঞ্চাল দেশলৈ যাত্ৰা কৰিলে। কেইদিনমানৰ পাচত, পাঁচ পাণ্ডৱ, কুন্তী আৰু পুৰোহিত ধৌম্য, পাঞ্চাল দেশত উপস্থিত হৈ, এটা কুমাৰৰ ঘৰত থাকিবলৈ ল'লেগৈ।

তেওঁবিলাকে দেখিলে যে, স্বয়ম্বৰ উপলক্ষে গোটেই ৰাজ্যত বৰ খদম-দম লাগি পৰিছে। ক্ৰমাৎ পোন্ধৰ দিন ধৰি, কত ঋষি, মুনি, ৰজা, কোঁৱৰ আৰু ডাঙৰ ডাঙৰ যোদ্ধা তালৈ আহিছে, তাৰ লেখজোখ নাই। স্বয়ম্বৰ চাবলৈ, স্বৰ্গৰ দেৱতা-সকলো আহিল। এই কেইদিনত, নাচ, গান, ভাৱনা আৰু নানাবিধ আমোদ-প্ৰমোদৰ নিদানে, পাঞ্চাল দেশত দিন ৰাতিৰ ছেদ-ভেদ নাইকিয়া হ'ল।

আজি স্বয়ম্বৰৰ দিন। ৰং-ধেমালি আন কেইদিনতকৈয়ো দহ গুণে বাঢ়িল। হাতী আহিছে, ঘোঁৰা গৈছে; ৰাজ-বাটেদি মানুহৰ সোঁত ব'বলৈ ধৰিলে। এটাৰ মূৰত মাৰ মাৰিলে এশটা মৰা হ'ল। অসংখ্য ধ্বজ, পতাকা, কলপুলি আদিয়ে নগৰখন তুলি ধৰিলে। নগৰখন এখন মনুষ্য-সাগৰত পৰিণত হ'ল। মানুহৰ হুঙ্গম আৰু চৰিব বুলি ভাবি, যুধিষ্ঠিৰ আদি পাঁচ ভায়ে, পুৱা ভাগতে সভালৈ গ'ল। সয়ম্বৰৰ যো-জা দেখি, তেওঁবিলাক আচৰিত হ'ল। আচৰিত হ'বৰ কথাও; কাৰণ, এনেকুৱা বিতোপন সভাঘৰ, আৰু ৰজা মহাৰজা, আৰু ৰাজকোঁৱৰ সকলৰ চকুদিলে চকু ঘূৰাব নোৱাৰা বিচিত্ৰ সাজ-পাৰ, তেওঁবিলাকে আগেয়ে ক'তো দেখা নাছিল। তাত তেওঁবিলাকে বামুণবিলাকৰ মাজত মুখলুকাই বহি, দ্ৰৌপদীনো কেতিয়াকৈ সভালৈ আহিব, তাকে ধিয়াবলৈ ধৰিলে।

এখন প্ৰকাণ্ড ধনুত গুণ লগাই, লক্ষ্য বিন্ধিব লাগে। দ্ৰুপদ ৰজাৰ বৰ ইচ্ছা, দ্ৰৌপদী যেন অৰ্জ্জুনলৈ পৰে। সেই

কাৰণেই, ব্যাসদেৱৰ পৰামৰ্শ অনুসাৰে, অৰ্জ্জুনৰ বাহিৰে আন কেওঁ দাঙ্গিব নোৱাৰা এখন ধনু, তেওঁ সজাই ৰাখিছিল।

যথাসময়ত দ্ৰৌপদীয়ে সুন্দৰ সাজ-কাপোৰ, অয়-অলঙ্কাৰ পিন্ধি-উৰি, আৰু হাতত এধাৰ ধুনীয়া ফুলৰ মালা লৈ ককায়েক ধৃষ্টদ্যুম্নৰ লগত, সভাত সোমালহি। তৎক্ষণাৎ, গীত, বাদ্য, কোলাহল আদি সকলো নিজম পৰিল।

তেতিয়া ধৃষ্টদ্যুম্নই সকলোৱে শুনাকৈ ক'বলৈ ধৰিলে, "শূন্যত এটা সোণৰ মাছ ৰখা হৈছে। আপোনালোকে তাৰ ছাঁ তলৰ পানীত, স্পষ্টকৈ দেখিবলৈ পাব। তাৰ অলপ তলতে এটা চক্ৰ অনবৰত ঘূৰিব লাগিছে। পানীত ছাঁ চাই, যি জনে চক্ৰৰ বিন্ধাইদি সৰকাই ক্ৰমাৎ পাঁচ ডাল শৰেৰে মাছটোৰ মাণিকৰ চকু দুটা বিন্ধিব পাৰিব, দ্ৰৌপদীয়ে তেওঁৰ ডিঙ্গিতে বৰ-মাল্য পিন্ধাই দিব।"

ততালিকে চাৰিও ফালে হুলস্থূল লাগি গ'ল! সকলোৱে আগেয়ে লক্ষ্য বিন্ধি দ্ৰৌপদীক লাভ কৰিবলৈ উলহ-মালহ লগালে। এজন এজন কৈ শল্য, শিশুপাল, জৰাসন্ধ দুৰ্য্যোধন আদি ৰজাসকলে প্ৰাণ-টাঁকি চেষ্টা কৰি চালে; কিন্তু লক্ষ্য বিন্ধা দূৰে থাওক বহুতে ধনু খনকে ভিৰাব নোৱাৰিলে। ধনুৰ ভৰত কোনো২ কাতি হৈ পৰিল; অতিৰিক্ত পৰিশ্ৰম কৰাৰ দোষত, কোনো কোনোৱে হোলোকা-হোলোকে তেজ বঁতিয়ালে। বৰ বৰ

লক্ষ্যভেদ কৰিবলৈ ৰজাবিলাকৰ উদ্যোগ।

ৰজা আৰু বীৰবিলাকৰ দুৰ্গতি দেখি, সৰু-সুৰাবিলাকে দূৰৰে পৰা, ধনুখনলৈ নমস্কাৰ কৰিলে। কৰ্ণই গণ্ডপ মাৰি এবাৰ আগ বাঢ়ি গৈছিল হয়; কিন্তু সাৰথিৰ পুতেক কৰ্ণই লক্ষ্য বিন্ধিব পাৰিলেও, দ্ৰৌপদীয়ে তেওঁক পতি বৰণ কৰিবলৈ অমান্তি হোৱাত, তেৱোঁ থোঁহ-থোঁহ পাতি বহিব লগা হ'ল।

অৰ্জ্জুনৰ লক্ষ্য ভেদ।

পাণ্ডৱসকল অতপৰ বামুণবিলাকৰ মাজত এনে ভাৱে বহি আছিল যে, শ্ৰীকৃষ্ণ আৰু বলৰামৰ বাহিৰে, তেওঁবিলাকক আন কোনো লোকে চিনি পোৱা নাছিল। ৰজাবিলাক ভাগৰি উলটি অহা দেখি, যুধিষ্ঠিৰে ইঙ্গিত দিয়াত, অৰ্জ্জুন ধনুখনৰ কাষলৈ আগবাঢ়ি গ'ল। তেওঁৰ এনেকুৱা মৰসাহ দেখি, সভাত থকা সকলো আচৰিত হ'ল। বিশেষকৈ বামুণবিলাকে ভাবিলে যে, তেওঁৰ উদ্ভণ্ডালিত এতিয়া সিবিলাকৰ দক্ষিণা ফেৰাৰো মূৰ মৰিব। সেই বাবে, তেওঁবিলাকে অৰ্জ্জুনক বাৰে-বাৰে নিষেধ কৰিবলৈ ধৰিলে; কিন্তু তেওঁ কাৰো হকা-বধা নামানিলে। চাওঁতে চাওঁতে, তেওঁ সেই বিশাল ধনুত গুণ লগাই, প্ৰথমতে গুৰু দ্ৰোণাচাৰ্য্যক স্মৰণ কৰি, শৰ সন্ধান কৰিলে; আৰু একাদিক্ৰমে পাঁচ পাট শৰেৰে লক্ষ্য বিন্ধি পেলালে।

চাৰিওকালৰ পৰা 'জয় জয়' ৰব উঠিল। ঢাক, ঢোল, খোল, মৃদং, দবা, শঙ্খ, বৰকাঁহ, কালি, ভেৰী কৰতাল আদিৰ শব্দত, তলৰ মাটি ওপৰ হ'ল। দেৱতাসকলে পুষ্পবৃষ্টি কৰিবলৈ ধৰিলে। সম্বন্ধত, অৰ্জ্জুন শ্ৰীকৃষ্ণৰ পেহীয়েকৰ পুতেক ভায়েক

হয়। অৰ্জ্জুনৰ সাফল্যত শ্ৰীকৃষ্ণ আনন্দত নাচি উঠিল। সেই আনন্দ কোলাহলৰ মাজত. দ্ৰৌপদী আগবাঢ়ি আহি, অৰ্জ্জুনৰ ডিঙ্গিত লাহেকৈ মালাধাৰি পিন্ধাই দিলেগৈ।

ভীম আৰু অৰ্জ্জুনেৰে সতে ৰজাবিলাকৰ যুদ্ধ আৰু পলায়ন।

এই দাৰুণ অপমান. ক্ষত্ৰিয় ৰজা-বিলাকে স'হি থাকিব নোৱাৰিলে। ইমান-বিলাক গণ্য, মান্য আৰু সিৰফুটা ৰজা থাকোঁতে সাধাৰণ ভিক্ষুক বামুণ এটাই দ্ৰৌপদীক লৈ যাবলৈ, তেওঁবিলাকে এৰি দিবনে? তেওঁবিলাকৰ মানত এইটো মহৎ লাজৰ কথা। খং আৰু লাজত হিতাহিত জ্ঞান শূন্য হৈ, তেওঁবিলাকে দলবান্ধি দ্ৰুপদ ৰজা আৰু অৰ্জ্জুনক আক্ৰমণ কৰিলে। ইমান বেলি ভীমে দেখিও নেদেখা ভাও ধৰি মনেমনে বহি আছিল। অৰ্জ্জুন বিপদত পৰা দেখি, তেওঁৰ গাটো ৰম্-ৰম্‌কৰে পুৰিবলৈ ধৰিলে; আৰু হাতেৰে গছ এজোপা উঘালি লৈ, তেওঁ বুকু ফিন্দাই থিয় হ'ল।

এফালে হ'ল ভীম আৰু অৰ্জ্জুন আৰু ইফালে হ'ল অসংখ্য ৰজা। দুয়ো দলৰ মাজত তয়া-ময়া যুদ্ধ লাগিল। কিন্তু শেহত অৰ্জ্জুনে শৰেৰে আৰু ভীমে গছেৰে কোবাই, যেতিয়া কাকো অস্ত্ৰহীন, কাকো মুকুটহীন, কাকো ৰথহীন কৰিলে, আৰু কাৰো হাত, ভৰি বা কঁকাল ভাঙ্গিলে, তেতিয়াহে বপুৰাইঁতে জ্ঞান পালে। ঘটনা যে এনে বিসদৃশ হৈ উঠিব, তাক তেওঁবিলাকে স্বপ্নতো ভবা নাছিল। এতিয়া ভীম আৰু অৰ্জ্জুনৰ হাতৰ পৰা সাৰি যোৱাও টান কথা হৈ পৰিল।

ৰজাবিলাকৰ জীয়াতু দেখি, শ্ৰীকৃষ্ণৰ দয়া লাগিল। তেওঁ জানিবা দুই পক্ষৰ মাজত সোমাই, গোলমাল মিটাই দিলে। সেই দিনা কৰ্ণ আৰু অৰ্জ্জুনৰ ভিতৰত ভীষণ যুদ্ধ হৈছিল। কৰ্ণ পলাই নোযোৱা হ'লে, তেওঁৰ কালে কথাৰে সাং।

ভীম আৰু অৰ্জ্জুনৰ লগত দ্ৰৌপদীৰ কুমাৰৰ ঘৰলৈ গমন।

কুন্তীদেবী ঘৰতে আছিল। সাঁজ লাগি ভাগিল; তথাপি পাণ্ডৱসকল ঘৰলৈ উভটি নহা দেখি, তেওঁৰ হিয়াই ধান-বনাদি-বানিবলৈ ধৰিলে। তেওঁ মূৰ ঘুমাই ভিতৰত বহি আছিল; এনেতে ভীম, অৰ্জ্জুন আদি দ্ৰৌপদীৰে সৈতে চোঁতালত উপস্থিত হ'লহি। তেওঁবিলাকে তাৰে পৰা মাত লগাই ক'লে, "আই আজি কি আচৰিত ভিক্ষা পাই আনিছোঁ, এবাৰ ওলাই চোৱাঁহি"। কুন্তীয়ে নভবা নিচিন্তাকৈ ভিতৰৰ পৰা উত্তৰ দিলে, 'বোপাইহঁত, যি পাই আনিছা, পাঁচো ভায়ে সমানে ভাগ বাঁটি লোৱাহঁক"। হায় হায়! কি কথাষাৰ কুন্তীৰ মুখৰ পৰা ওলাল! দ্ৰৌপদীতো ভাগ কৰিব পৰা বস্তু নহয়। এতিয়া উপায় কি? পাণ্ডৱসকল বৰ [illegible]ৰ-মোৰত পৰিল। অৱশেষত মাতৃ আজ্ঞা লঙ্ঘন কৰাতকৈ পাঁচো জনে দ্ৰৌপদীক বিয়া কৰাবলৈকে ঠিক কৰিলে।

ইফালে দ্ৰৌপদীনো কাৰ হাতত পৰিল তাৰ একো উৱাদিহ নাপাই, দ্ৰুপদ ৰজাই চট্‌ফটাবলৈ ধৰিলে। তেওঁ ভাবিলে, 'যি জনে লক্ষ্য ভেদ কৰি, সকলোকে আচৰিত কৰিলে, তেও সচাঁকৈয়ে বামুণনে? যুদ্ধৰ সময়ত গছ জোপা

উদ্ধালিলৈ, যিজনে তেওঁক সহায় কৰিছিল, তেৱেঁই বা কোন? এওঁবিলাক বামুণ হোৱা হ'লে এক লাখতকৈয়ো অধিক ক্ষত্ৰিয় বীৰক পৰাস্ত কৰা সম্ভৱ জানো?

ইয়াৰ আগতে, ধৃষ্টদ্যুম্নই কেইটামান চোৰাং-চোৱা লগত লৈ, কুমাৰৰ ঘৰলৈকে গৈছিল। তাত ব্ৰাহ্মণ-বেশধাৰী পাঁচ ভাইক আৰু মাকক দেখি, তেওঁবিলাকেই পঞ্চ পাণ্ডৱ আৰু কুন্তী বুলি তেওঁৰ মনে গাজিলে। তেওঁ ততালিকে ঘূৰি আহি, দ্ৰুপদ ৰজাক সকলো কথা জনালেহি।

পাণ্ডৱসকল জতুগৃহৰ অগ্নিকাণ্ডত পুৰি মৰা নাই বুলি দ্ৰুপদ ৰজাই আগেয়েও উৰা-বাতৰি এটা পাইছিল। তেনেহলে বিধতাই সঁচাসঁচিকৈ দ্ৰৌপদীক অৰ্জ্জুনৰ হাতত পেলালেনেকি?

পাঁচ পাণ্ডৱৰ লগত দ্ৰৌপদীৰ বিবাহ।

পাচদিনা ফেঁহু-জালি দিওঁতেই, ৰজাই, দ্ৰৌপদী আদিৰ কাৰণে, বন্দী-বেটী, হাতী-ঘোঁৰা আৰু সুন্দৰ সুন্দৰ ৰথ পঠাই দিলে। তেওঁবিলাক ৰাজপ্ৰাসাদত উপস্থিত হ'লত, কত আদৰ-আশ্বাস কৰি যে তেওঁবিলাকক অভ্যৰ্থনা কৰা হ'ল, তাক কোৱা বাহুল্য মাথোন। তাৰ পাচত যুধিষ্ঠিৰৰ পৰা পাঁচ ভাই আৰু কুন্তীৰ আচল পৰিচয় পাই, তেওঁৰ মনৰ খুতুৱনি মৰিল। আনন্দত বিভোলহৈ, তেওঁ যুধিষ্ঠিৰ আদিক ভিনে-ভিনে আকোঁৱাল মাৰি ধৰি আন্তৰিক আশ্বাস জনালে; আৰু অৰ্জ্জুনেৰে সৈতে দ্ৰৌপদীৰ সোনকালে বিয়া পাতিবলৈ খাটিলে।

ৰজাবিলাকৰ জীয়াতু দেখি, শ্ৰীকৃষ্ণৰ দয়া লাগিল। তেওঁ জানিবা দুই পক্ষৰ মাজত সোমাই, গোলমাল মিটাই দিলে। সেই দিনা কৰ্ণ আৰু অৰ্জ্জুনৰ ভিতৰত ভীষণ যুদ্ধ হৈছিল। কৰ্ণ পলাই নোবোৱা হ'লে, তেওঁৰ ফালে কথাৰে সাং।

ভীম আৰু অৰ্জ্জুনৰ লগত দ্ৰৌপদীৰ কুমাৰৰ ঘৰলৈ গমন।

কুন্তীদেবী ঘৰতে আছিল। সাঁজ লাগি ভাগিল; তথাপি পাণ্ডৱসকল ঘৰলৈ উভটি নহা দেখি, তেওঁৰ হিয়াই ধান-বনাদি-বানিবলৈ ধৰিলে। তেওঁ মূৰ ঘুমাই ভিতৰত বহি আছিল; এনেতে ভীম, অৰ্জ্জুন আদি দ্ৰৌপদীৰে সৈতে চোঁতালত উপস্থিত হ'লহি। তেওঁবিলাকে তাৰে পৰা মাত লগাই ক'লে, "আই আজি কি আচৰিত ভিক্ষা পাই আনিছোঁ, এবাৰ ওলাই চোৱাঁহি"। কুন্তীয়ে নভবা নিচিন্তাকৈ ভিতৰৰ পৰা উত্তৰ দিলে, 'বোপাইহঁত, যি পাই আনিছা, পাঁচো ভায়ে সমানে ভাগ বাঁটি লোৱাহঁক"। হায় হায়! কি কথাষাৰ কুন্তীৰ মুখৰ পৰা ওলাল! দ্ৰৌপদীতো ভাগ কৰিব পৰা বস্তু নহয়। এতিয়া উপায় কি? পাণ্ডৱসকল বৰ [illegible]ৰ-মোৰত পৰিল। অৱশেষত মাতৃ আজ্ঞা লঙ্ঘন কৰাতকৈ পাঁচো জনে দ্ৰৌপদীক বিয়া কৰাবলৈকে ঠিক কৰিলে।

ইফালে দ্ৰৌপদীনো কাৰ হাতত পৰিল তাৰ একো উৱাদিহ নাপাই, দ্ৰুপদ ৰজাই চট্‌ফটাবলৈ ধৰিলে। তেওঁ ভাবিলে, 'যি জনে লক্ষ্য ভেদ কৰি, সকলোকে আচৰিত কৰিলে, তেও সচাঁকৈয়ে বামুণনে? যুদ্ধৰ সময়ত গছ জোপা

উঘালিলৈ, যিজনে তেওঁক সহায় কৰিছিল, তেৱেঁই বা কোন ? এওঁবিলাক বামুণ হোৱা হ'লে এক লাখতকৈয়ো অধিক ক্ষত্ৰিয় বীৰক পৰাস্ত কৰা সম্ভৱ জানো' ?

ইয়াৰ আগতে, ধৃষ্টদ্যুম্নই কেইটামান চোৰাং-চোৱা লগত লৈ, কুমাৰৰ ঘৰলৈকে গৈছিল। তাত ব্ৰাহ্মণ-বেশধাৰী পাঁচ ভাইক আৰু মাকক দেখি, তেওঁবিলাকেই পঞ্চ পাণ্ডৱ আৰু কুন্তী বুলি তেওঁৰ মনে গাজিলে। তেওঁ ততালিকে ঘূৰি আহি, দ্ৰুপদ ৰজাক সকলো কথা জনালেহি।

পাণ্ডৱসকল জতুগৃহৰ অগ্নিকাণ্ডত পুৰি মৰা নাই বুলি দ্ৰুপদ ৰজাই আগেয়েও উৰা-বাতৰি এটা পাইছিল। তেনেহলে বিধতাই সঁচাসঁচিকৈ দ্ৰৌপদীক অৰ্জ্জুনৰ হাতত পেলালেনেকি ?

পাঁচ পাণ্ডৱৰ লগত দ্ৰৌপদীৰ বিবাহ।

পাচদিনা ফেঁহু-জালি দিওঁতেই, ৰজাই, দ্ৰৌপদী আদিৰ কাৰণে, বন্দী-বেটী, হাতী-ঘোঁৰা আৰু সুন্দৰ সুন্দৰ ৰথ পঠাই দিলে। তেওঁবিলাক ৰাজপ্ৰাসাদত উপস্থিত হ'লত, কত আদৰ-আশ্বাস কৰি যে তেওঁবিলাকক অভ্যৰ্থনা কৰা হ'ল, তাক কোৱা বাহুল্য মাথোন। তাৰ পাচত যুধিষ্ঠিৰৰ পৰা পাঁচ ভাই আৰু কুন্তীৰ আচল পৰিচয় পাই, তেওঁৰ মনৰ খুতুৱনি মৰিল। আনন্দত বিভোলহৈ, তেওঁ যুধিষ্ঠিৰ আদিক ভিনে-ভিনে আকোঁৱাল মাৰি ধৰি আন্তৰিক আশ্বাস জনালে ; আৰু অৰ্জ্জুনেৰে সৈতে দ্ৰৌপদীৰ সোনকালে বিয়া পাতিবলৈ খাটিলে।

তেতিয়া যুধিষ্ঠিৰে ক'লে, "আইৰ আজ্ঞা শিৰোধাৰ্য্য কৰি আমি পাঁচো ভায়ে দ্ৰৌপদীক বিয়া কৰামহঁক"। ছিঃ ছিঃ! এনেকুৱা কাম ভালেহে নালাগে ইতৰ মানুহেও কেতিয়াও নকৰে। যুধিষ্ঠিৰৰ মুখৰ পৰা এনে নাভূত-নাশ্ৰুত কথা শুনি, সকলোৱে ভূমি চুই কৰ্ণত হাত দিলে।

এনে সময়তে তাত ব্যাসদেৱ আহি ওলালহি। তেওঁ আদিৰে পৰা অন্তলৈকে সকলো কথা মনদি শুনি, ক'লে, "মহাৰাজ, কথাটো গৰকি নোচোৱাকৈ আপুনি কিয় বিচূৰ্তি খাইছে? দ্ৰৌপদীৰ আগৰ জন্মৰ বিবৰণ কওঁ, শুনক। সি জন্মত তেওঁ মুনিকন্যা আছিল। তেওঁৰ কঠোৰ তপস্যাত সন্তুষ্ট হৈ, মহাদেৱ বৰ দিবলৈ আহোঁতে, তেওঁ 'পতিং দেহি, পতিং দেহি' বুলি পাঁচ বাৰ বৰ খোজাত, "তুমি অহা জন্মত অতি গুণবান পঞ্চপতিৰ পত্নী হ'বা" বুলি, শিৱই বৰ দিলে। শিৱৰ কথা শিলত থ'লে শিল ফাটে; তেওঁৰ কথা অথলে যাব পাৰেনে? তদুপৰি অলঙ্ঘ্য মাতৃ-আজ্ঞা। দ্ৰৌপদীয়ে পাঁচ পাণ্ডৱৰ তিল-মাহ-খাই আহিছে যেতিয়া, আপুনি বলেৰে তাৰ অন্যথাচৰণ কৰিব নোৱাৰে। বেগতে বিয়াৰ কাৰবাৰ কৰক।"

যথা-সময়ত পাঁচ পাণ্ডৱৰ লগত দ্ৰৌপদীৰ বিয়া হ'ল। সেই বিয়াত যে কিমান ধুমধাম আৰু আনন্দ-উৎসব হৈছিল আৰু সেই বিয়া খাবলৈ, দেশ বিদেশৰ পৰা, কত সাধু-সন্ন্যাসী, ৰজা-মহাৰজা, ঋষি-মুনি, সন্ত-মহন্ত আৰু বামুণ-সজ্জন আদি আহিছিল, তাক নেদেখা মানুহক কথাৰে বুজাব নোৱাৰি।

## তৃতীয় অধ্যায়।

এই বিয়াৰ কথা হস্তিনাত গুলাবলৈ সৰহ সময় নালাগিল। দ্ৰুপদ ৰজাৰ জীয়েক কুৰুবংশৰ কোনোবা এজনলৈকে পৰিছে বুলি বিদুৰৰ মুখে শুনি, ধৃতৰাষ্ট্ৰই পোনতে ভাবিছিল যে, তেওঁৰ পুতেক দুৰ্য্যোধনেহে অসাধ্য সাধন কৰি বংশৰ নাম ৰাখিলে; কিন্তু অলপ সময়ৰ পাচতে, প্ৰকৃত ঘটনা জানিব পাৰি, তেওঁৰ মুখ কেহেৰাজ বটা যেন হ'ল। পাণ্ডৱসকল যে অকল জীয়ায়েই আছে সেয়ে নহয়; স্বয়ম্বৰ সভাত লক্ষ লক্ষ ৰজাক হৰুৱাই, দ্ৰৌপদীকো বিয়া কৰালে। এই অশুভ বাৰ্ত্তা শুনি, ধৃতৰাষ্ট্ৰৰ মনত একে সময়তে দুখ, শোক আৰু অভিমানে জঞ্জলিত দিলে।

পাণ্ডৱসকলৰ অৰ্দ্ধৰাজ্য প্ৰাপ্তি আৰু পাশা খেলত সৰ্ব্বস্ব নাশ।

এতিয়া পাণ্ডৱসকলৰ হাতৰ পৰা কেনেকৈ ৰক্ষা পাব পাৰিব, ধৃতৰাষ্ট্ৰই দিনে ৰাতিয়ে তাৰ উপায় চিন্তিবলৈ ধৰিলে। কৰ্ণ, দুঃশাসন, দুৰ্য্যোধন আদি যে খঙত উঠি-উঠি বহিল। তেওঁবিলাকৰ মানত পাণ্ডৱসকল আঁঠুৰাৰ তলৰ মহ,- ইচ্ছা কৰিলেই যেন মোহাৰি পেলাব পাৰে। কিন্তু বিদুৰ, ভীষ্ম, দ্ৰোণ আদিয়ে একেমুখে ক'লে, "তোমালোক কিমান পানীৰ মাছ তাৰ পৰিচয় স্বয়ম্বৰ সভাতে ভালকৈ পোৱা হ'ল। এতিয়া ভীম-অৰ্জ্জুনৰ লগত আকৌ যুদ্ধ কৰি, কটা নাকত খোলা

ঘঁহিব নালাগে। এটা কাম কৰা। তেওঁবিলাকৰ বিয়া উপলক্ষে উপযুক্ত ভেটী-ভাৰ পঠাই দ, পঞ্চ পাণ্ডৱ, দ্ৰৌপদী আৰু কুন্তীক সন্তুষ্ট কৰা; তাৰ পাচত, চুকচুকাই ইয়ালৈ আনি, ৰাজ্যৰ ন্যায্য অংশ দি, লেঠা মাৰি পেলোৱা। বাৰণাবতৰ অমানুষিক কাণ্ডৰ কথা শুনি, দেশৰ মানুহে থুই পেলাইছে। সেই অপকলঙ্ক তল পেলাবলৈ, বৰ সুযোগ উপস্থিত হৈছে। অতএব, আৰু গহবি নকৰি, পাণ্ডৱসকলক অন্ততঃ ৰাজ্যৰ একাল এৰি দিয়া। নহলে, শেষ ফল ভাল নহ'ব; তুই হাতে চকুলো টুকিব লাগিব একা।"

এই হিত উপদেশ শুনি, কৰ্ণ আৰু দুৰ্য্যোধনে সভাৰ পৰা উচাট্ মাৰি গুচি গ'ল। প্ৰথমতে ধৃতৰাষ্ট্ৰৰ কাণেও সেই কথা বাছিছিল; কিন্তু অৱশেষত ভয় খাই, তেওঁবিলাকৰ প্ৰস্তাৱত, অনিচ্ছা সত্বেও, সন্মত হ'ব লগা হ'ল। তাৰ পাচত, সস্ত্ৰীক পাণ্ডৱসকলক বৰাই-বুজাই আনিবৰ কাৰণে, তেওঁ বিদুৰক পাঞ্চাল দেশলৈ পঠাই দিলে।

তেওঁবিলাক আহি হস্তিনাত উপস্থিত হ'লত, ধৃতৰাষ্ট্ৰই ক'লে, "বোপা যুধিষ্ঠিৰ, আমাৰ বংশত কেৱল তুমিয়েইহে ল'ৰা, মোৰ লৰাবোৰ হ'ল মইমত; মোৰ হাক-বচন সমুলি নুশুনে। ভাল আমৰ পুলিহে, মোৰ কপালৰ ফেৰত, সিহঁত বকবাণিত গজিল। সিহঁতৰ কথাত নালাগিবাহঁক। তোমালোক ইয়াত থাকিলে সিহঁতৰ লগত খুট্খুট্-খাট্-খাট্ লাগি থাকিব পাৰে: সেই বাবে, তোমালোক আঁতৰি গৈ ইন্দ্ৰপ্ৰস্থত ৰাজধানী

পাতি, অৰ্দ্ধেক ৰাজ্য উপভোগ কৰ'গৈ"। বৰ-পিতাকৰ শিষ্ট আচৰণ আৰু ন্যায় বিচাৰত সন্তুষ্ট হৈ, সিবিলাকে তেওঁবিলাকক আগেয়ে দিয়া সকলো দুখ-কষ্ট পাহৰি পেলালে। ধৃতৰাষ্ট্ৰৰ ৰাজ্য বঁটাত সকলো সন্তুষ্ট হ'ল; আৰু তেওঁক অশেষ প্ৰশংসা কৰিবলৈ ধৰিলে।

যথাসময়ত পাণ্ডৱসকল ইন্দ্ৰপ্ৰস্থলৈ গ'ল। ইন্দ্ৰপ্ৰস্থৰ শ্ৰী দোপত-দোপে বাঢ়ি আহিবলৈ ধৰিলে। অলপ দিনৰ ভিতৰতে যুধিষ্ঠিৰৰ এই নতুন ৰাজধানীয়ে—সৌন্দৰ্য্য আৰু সমৃদ্ধিত—বহুকলীয়া ৰাজধানী হস্তিনাকো চেৰ পেলালে।

কিছুদিনৰ পাচত যুধিষ্ঠিৰে এটা ৰাজসূয় যজ্ঞ পাতিলে। সেই মহা যজ্ঞলৈ পৃথিবীৰ প্ৰায় সকলো ৰজাকে মতা হৈছিল। নিমন্ত্ৰণ পাই, দুৰ্য্যোধন, দুঃশাসন, কৰ্ণ, শকুনি, ধৃতৰাষ্ট্ৰ আদিও সেই যজ্ঞলৈ গৈছিল। পাণ্ডৱসকলৰ ঐশ্বৰ্য্য বিভূতি—বিশেষকৈ ময় দানৱে কৰি দিয়া ৰাজসভাখন দেখি দুৰ্য্যোধনৰ হিয়া ফাটি গ'ল; আৰু পাণ্ডৱসকলক বলেৰে নোৱাৰি চলেৰে পৰাস্ত কৰিবলৈ, নানা অসৎ উপায় পাঙ্গিবলৈ ধৰিলে। ভাল বা বেয়া যি উপায়েই হওক পাণ্ডৱসকলক সৰ্ব্বস্বান্ত কৰাই তেওঁৰ একমাত্ৰ উদ্দেশ্য।

দুৰ্য্যোধনৰ শকুনি নামেৰে এজন মোমায়েক আছিল। তেওঁ ভালকৈ পাশা খেলিব জানিছিল। বিশেষকৈ, কূট পাশা খেলত তেওঁ ইমান পাকৈত আছিল যে, তেওঁক হৰুৱাব পৰা পাশা খেলা মানুহ, সেই সময়ত আৰু কোনো নাছিল।

এই শকুনিৰ উচটনিত দুৰ্য্যোধনে ধৃতৰাষ্ট্ৰক সন্মত কৰি, যুধিষ্ঠিৰক পাশা খেলিবলৈ মাতিলে। দুৰ্য্যোধনে যে কু-অভিসন্ধিৰে তেওঁক পাশা খেলিবলৈ মাতিব, যুধিষ্ঠিৰে সেই কথা সমাজিকতো ভৱা নাছিল। তেওঁ সৰল লোক; আৰু সৰল মনেৰে পাশা খেলিবলৈ আহিছিল; কিন্তু খেলৰ আৰম্ভতে বিপৰীত গতি-গোত্ৰ দেখি, তেওঁ সকলো কথা বুজিব পাৰিলে। বুজিলে হয়; কিন্তু পুলুকা মাৰিবৰ সময় নাই। সকলো কথা জানি শুনিও, তেওঁ পাশা খেলিবলৈ এনাজৰীৰে বান্ধ্ খাই পৰিল।

শকুনিৰ কপট খেলত যুধিষ্ঠিৰৰ মূৰ ঘূৰি গ'ল। তেওঁ প্ৰথমতে বন্দী-বেটী, তাৰ পাচত ধন-সম্পত্তি-ঐশ্বৰ্য্য-বিভূতি, আৰু তাৰ পাচত, সকলো ৰাজ্য-সম্পদ হেৰুৱালে। শেহত হেৰুৱালে চাৰি ভাইক আৰু নিজক। সৰ্ব্বশেহত, দ্ৰৌপদীক পণ ৰাখি, তেওঁকো হেৰুৱালে। এই পাশা খেলতে পাণ্ডৱসকলৰ তেনেই সৰ্ব্বনাশ হ'ল।

পাশা খেলাৰ সময়ত, ধৃতৰাষ্ট্ৰই বৰ আগ্ৰহেৰে ফলাফল সুধি আছিল; আৰু পুতেকৰ জয় হোৱা শুনি, বৰ আনন্দ পাইছিল। শেহত তেওঁ নিজৰ কুভাব গোপন কৰি ৰাখিব নোৱাৰা হ'ল। পাণ্ডৱসকল সৰ্ব্বস্বান্ত হোৱা গম পাই, তেওঁ হাঁহি-হাঁহি, অন্তঃপুৰলৈ গুচি গ'ল। শোক আৰু লাজত, ভীষ্ম, দ্ৰোণ, বিদুৰ আদিৰ মুখ, এবাৰ ৰঙা আৰু এবাৰ ক'লা পৰিবলৈ ধৰিলে।

ধৃতৰাষ্ট্ৰ ভিতৰলৈ যোৱাৰ পাচত, কুৰু সভাত বৰ জঘন্য কাণ্ডৰ অভিনয় আৰম্ভ হ'ল। পাণ্ডৱসকলক সিংহাসনৰ পৰা তুলি দি, বন্দী বেটীৰ শাৰীত বহুৱা হ'ল; আৰু দুৰ্য্যোধনৰ আদেশ মতে দুঃশাসনে, দ্ৰৌপদীক 'বেটি বেটি' বুলি চুলিত ধৰি টানি আঁজুৰি ৰাজ-সভালৈ লৈ আহিল। তাত গুৰুজন আৰু সভাস্থ সকলোৰে আগত, দ্ৰৌপদীক বিবস্ত্ৰা কৰাৰ চেষ্টাৰো ত্ৰুটী নহ'ল। তেওঁক দুঃশাসন ৰাক্ষসৰ হাতৰ পৰা ৰক্ষা কৰিবলৈ দ্ৰৌপদীয়ে কত জয়-দেউ কাকূতি কৰিলে, কিন্তু দুৰ্য্যোধনৰ বিৰুদ্ধে এষাৰ কথা ক'বলৈ, বা দুঃশাসনৰ পশুতুল্য আচৰণত এফেৰি বাধা দিবলৈ কেওঁ সাহ নকৰিলে। অন্তত একো উপায় নাপাই দ্ৰৌপদীয়ে, সেই সৰ্ব্বভয়হাৰী, ভক্তদয়াল ভগৱানক সকাতৰে স্তুতি কৰিবলৈ ধৰিলে। তেওঁ সন্তুষ্ট হৈ, দ্ৰৌপদীৰ গাত আদি-অন্ত-নাইকিয়া বস্ত্ৰ নিদিয়া হ'লে, সেই দিনা, দ্ৰৌপদীয়ে মান-সম্ভ্ৰম ৰক্ষা কৰা অসম্ভৱ হৈ উঠিলহেঁতেন।

দ্ৰৌপদীক কুৰু সভালৈ আনি বিবস্ত্ৰা কৰিবৰ চেষ্টা।

থং, বেজাৰ আৰু অপমানত, ভীম অৰ্জ্জুন আদি যে জলি উঠিল। যুধিষ্ঠিৰে অলপ ইঙ্গিত দিয়া হ'লেই, সেই মুহূৰ্ত্ততে মদগৰ্ব্বী কৌৰৱসকলে পাপৰ উচিত শাস্তি পালেহেঁতেন; কিন্তু ধাৰ্ম্মিক যুধিষ্ঠিৰে ধৈৰ্য্য ধৰি, মৌন হৈ ৰ'ল; সেইহে ৰক্ষা।

দুঃশাসনৰ ৰক্তপান কৰিবলৈ আৰু দুৰ্য্যোধনৰ উৰু ভাঙ্গিবলৈ ভীমৰ প্ৰতিজ্ঞা।

বাক্যত বিক্ৰয় গৈ, পাণ্ডৱসকলে অপমানকো অপমান নাভাবি সহি থকা দেখি, দুৰ্য্যোধনৰ সাহ আৰু বাঢ়িল। তেতিয়া তেওঁ সাধাৰণ মানুহৰ দৰে ভৰি দাঙি, দ্ৰৌপদীক অপমান কৰিবলৈকো পাচ নুহুঁহকিলে। আৰু কৰ্ণৰ মুখত যি আহিল তাকে একালৰ পৰা খচ্‌খচ্‌কৈ কৈ, সিবিলাকক তিৰস্কাৰ কৰিবলৈ ধৰিলে।

এতিয়া আৰু ভীমে সহি থাকিব নোৱাৰা হ'ল। তেওঁ পৃথিবী কঁপাই, বজ্ৰগম্ভীৰ স্বৰেৰে ক'বলৈ ধৰিলে, "মই প্ৰতিজ্ঞা কৰি কৈছোঁ, এই নীচাশয় দুঃশাসনৰ বুকু চিৰি তেজ খাম; আৰু গদাৰে কোবাই উৰু ভাঙ্গি কুলাধম দুৰ্য্যোধনক যমৰ ঘৰলৈ পঠাম যদিহে তাকে নকৰোঁ, তেন্তে চিৰকাল নৰকৰ কীট হৈ থাকিম।"

গোটেই সভা জঁয় পৰি গ'ল। ভীষ্ম, দ্ৰোণ, বিদুৰ আদিয়ে, বিষম অনৰ্থৰ আশঙ্কা কৰিবলৈ ধৰিলে। ই যাৰে তাৰে প্ৰতিজ্ঞা নহয়—একাচেকা ভীমৰ ভীষণ প্ৰতিজ্ঞা—অন্তৰৰ প্ৰতিজ্ঞা। এই প্ৰতিজ্ঞা যে ভীমে, সময়ত আখৰে আখৰে পালন কৰিব তাক সকলোৱে বুজি উঠিল।

ধৃতৰাষ্ট্ৰই দ্ৰৌপদীৰ কান্দোন অন্তঃপুৰৰে পৰা শুনিছিল; সেই গছৰ পাত সৰা চিঞৰত পাষাণো গলিলহেঁতেন; কিন্তু ধৃতৰাষ্ট্ৰৰ মনত লেশ মাত্ৰ দয়াৰো সঞ্চাৰ নহ'ল দ্ৰৌপদীৰ দুৰ্গতি দেখি, গান্ধাৰী আৰু বিদুৰ হ'লে থিৰেৰে থাকিব নোৱাৰিলে। গান্ধাৰী ততালিকে ধৃতৰাষ্ট্ৰৰ ওচৰলৈ

গৈ, টানি কলে, "তুষ্ট লৰাবোৰ লগাই দি সতী দ্ৰৌপদীক এনে লঘু-লাঞ্ছনা কৰাইছে কিয় ? আপুনি এই সময়ত একো নজনা নুশুনাৰ ভাও ধৰি অন্তঃপুৰত সোমাই থকা, শোভা নাপায়। সঙ্গ দোষে আপোনাকো চুব। বেগতে ইয়াৰ প্ৰতিকাৰ কৰক"। সেই কথা শুনি ধৃতৰাষ্ট্ৰ টলকা মাৰি ৰ'ল ; ওঁ তৎসৎ একোকে নামাতিলে।

ধৃতরাষ্ট্ৰ ৰজাৰ দ্ৰৌপদীক বৰ দান আৰু পাণ্ডৱ-সকলৰ দাসত্ব মোচন।

এনে সময়তে, হঠাৎ, নানা বিধ অমঙ্গলৰ পূৰ্ব্ব লক্ষণ চাৰিও ফালে দেখা গ'ল। তেতিয়া ধৃতৰাষ্ট্ৰই ভয়ত কঁপি কঁপি, দ্ৰৌপদীক ওচৰলৈ অনাই, বহুত চেচঁনি দিলে, আৰু তেওঁৰ প্ৰাৰ্থনা অনুযায়ী, পাণ্ডৱসকলৰ ফাললৈ চাই কলে, "মই সকলো পণৰ পৰা তোমালোকক মুক্ত কৰিলোঁ। খেলত [illegible] ৰাজ্য আকৌ ঘূৰাই পালা। এতিয়া ইন্দ্ৰ-প্ৰস্থলৈ [illegible] সুখেৰে ৰাজত্ব কৰাগৈ হঁক" পাণ্ডৱসকলে আনন্দ মনেৰে বিদায় লৈ ইন্দ্ৰপ্ৰস্থৰ ফালে ৰাওনা কৰিলে।

পাণ্ডৱসকলৰ বনলৈ গমন আৰু কৌৰৱ বধ কৰিবলৈ প্ৰতিজ্ঞা।

দুৰ্য্যোধনৰ হিংসানল তেতিয়াও দপ্-দপকৈ জলি আছিল। কিমান বুদ্ধি-সন্ধি কৰি পাণ্ডৱসকলৰ ৰাজ্য কাঢ়ি লোৱা হৈছিল ; কিন্তু পিতাকৰ মুখৰ কথা একেষাৰেই সকলো ভ্ৰষ্ট কৰিলে ; এই কথা তেওঁ জীয়াই থাকোতে সহে কেনেকৈ ? দুৰ্য্যোধনে মুখে-লট্-পট্-ভিতৰে-কপট্ ধৃতৰাষ্ট্ৰত মত, অতি সহজে তেওঁৰ ফলীয়া কৰি ল'লে।

দ্বিতীয় বাৰ পাশা খেলিবলৈ যো-জা হ'ল। সেই কথাৰ গম পাই, গান্ধাৰী, দ্ৰোণ, ভীষ্ম. বিদুৰ আদিয়ে কত নিষেধ কৰিলে, আৰু কত গৰিহণা দিলে; কিন্তু ধৃতৰাষ্ট্ৰই এইবাৰ অনুনয়-বিনয়লৈ বা ভৰ্ৎসনালৈ কেৰেপকে নকৰিলে।

পাণ্ডৱসকল ইন্দ্ৰপ্ৰস্থ পোৱাৰ আগতে, দূতে তেওঁবিলাকক আদবাটৰে পৰা মাতি লৈ আহিলগৈ। এই বেলি খেলৰ পণ হ'ল—তেৰ বছৰ বনবাস—তাৰে শেহৰ বছৰটো অজ্ঞাত বাস। সেই বছৰত তেওঁবিলাক ক'ত থাকে, বা কি কৰে, ঘুণাক্ষৰেও যদি তাৰ কোনো ভু-ভা পোৱা যায়, তেন্তে আকৌ বাৰ বছৰলৈ বনলৈ যাব লাগিব। এইদৰে কথা বান্ধি, দুয়োদল পুনৰ খেলত বহিল।

শকুনিৰ চক্ৰান্তত যুধিষ্ঠিৰ আকৌ হাৰিল; সকলো ৰাজ-সম্পদ এৰি দি, কেউজন পথৰ ভিক্ষাৰী হ'ল। তাত তেওঁবিলাকে সিমান দুখ পোৱা নাছিল; কিন্তু দুৰাত্মা কৌৰৱসকলৰ পশুতুল্য আচৰণত হ'লে মৰণান্তিক বেজাৰ পালে। কৌৰৱসকলৰ কটু কথা আৰু হেয় আকাৰ-ইঙ্গিতে পাণ্ডৱসকলৰ মনত তিতাও-তিতা-তেবাহি তিতা লগালে। এই নীহ কামত দুৰ্যোধনৰ যিমান উৎসাহ, কৰ্ণ, দুঃশাসন আৰু শকুনিৰ তাতোকৈ একাচি চৰা।

অন্তত যুধিষ্ঠিৰৰ বাহিৰে বাকী কেইজনে সহি থাকিব নোৱাৰা হ'ল। খঙত, ভীমৰ চকু দুটা ওৰ ফুল যেন ৰঙা হ'ল; আৰু গাটো থক্-থক্ কৰে কঁপিবলৈ ধৰিলে। তেতিয়া

তেওঁ বৰকৈ আটাহ পাৰি ক'লে, "যদিহে বাপেকৰ পুতেক ভীম হওঁ, তেনেহলে মই এই অপমানৰ প্ৰতিশোধ ল'মেই ল'ম। যুদ্ধ-ক্ষেত্ৰত পোনতে গদাৰে কোবাই উৰু ভাঙ্গি পেলাই লৈ, দুৰ্য্যোধনৰ মূৰত থিয় গোৰ মাৰিম; তাৰ পাচতহে তাক সিফলীয়া কৰিম, ; আৰু মানৱৰূপী পশু দুঃশাসনৰ বুকু চিৰিলৈ, আঁজলিয়ে আঁজলিয়ে তেজ পিম। তেতিয়াহে মোৰ বুকুৰ পৰা এই শেলপাট গুচিব।"

অৰ্জ্জুনে কলে, "প্ৰতিজ্ঞা কৰি কৈছোঁ, এই পাপমতি কৰ্ণক মই স্বহস্তে বধ কৰিম। হিমালয়ো যদি বতাহত লৰে, আৰু পূবৰ সূৰ্য্যও যদি পশ্চিমে উদয় হয়, তথাপি মোৰ প্ৰতিজ্ঞা লৰচৰ নহয়।"

নকুলে ক'লে "যিবিলাকে এই দুৰ্ব্বৃত্ত কৌৰৱবোৰক সহায় কৰিবলৈ আগ বাঢ়ি আহিব, মই সিহঁতৰ আলুৰে কলাপুলিয়ে নোতোলোমানে ক্ষান্ত নহম"।

সহদেৱে কলে "মই এই কুলাঙ্গাৰ শকুনিক বধ কৰি, আই পৃথিবীৰ কলঙ্ক গুচাম"।

পাণ্ডৱসকলে এই দৰে হুমিউৱা শুনি, ধৃতৰাষ্ট্ৰই ভয়ত বেঙ্গে-মূতা-গৰু-কঁপাদি, কঁপিবলৈ ধৰিলে। তেওঁ হিয়া-মূৰ ভুকুৱাই কন্দা দেখি, বিদুৰে তেওঁক ক'লে "মহাৰাজ, এতিয়া দুখ কৰিলে কি হ'ব? কুৰুকুল ধ্বংস হোৱাৰ পূৰ্ব্ব লক্ষণ যে ফটফটীয়াকৈ দেখা গৈছে, তাত অণুমাত্ৰও সন্দেহ নাই"

জননী কুন্তীক বিদুৰৰ ঘৰত থৈ, গেৰুৱা বসন পিন্ধি, পাণ্ডৱসকল বনলৈ ওলাই যোৱা দৃশ্যটো অতি মৰ্ম্মান্তিক-অতি হৃদয়-বিদাৰক। সেই দৃশ্য দেখি যেন পাষাণো গলি গ'ল। ইমূৰৰ পৰা সিমূৰলৈকে গোটেই ৰাজ্য শোকত ম্রিয়মান। হাজাৰ হাজাৰ লোকে, 'হায় হায়' কৰি, তেওঁবিলাক ওলাই যোৱা চাবলৈ ৰাজবাটত থিয় হ'লহি। কিন্তু পাণ্ডৱসকলৰ মন হ'লে অটল-অচল। গুৰুজনক প্ৰণাম কৰি আশীৰ্ব্বাদ লৈ, তেওঁবিলাক বনলৈ যাবলৈ ওলাল। তেওঁবিলাকৰ দুৰ্দ্দশা দেখি, ভীষ্ম, দ্ৰোণ, বিদুৰ আদিয়ে, হাঁ-হুমুনিয়াহ কাঢ়ি চকুলো টুকিবলৈ ধৰিলে। নিলগীয়ায়ে ইমান বেজাৰ পালে যেতিয়া, কুন্তীৰ কিমান বেজাৰ হৈছিল, তাক নকলেও সহজে অনুমান কৰি ল'ব পাৰি। তেওঁ কান্দি-কাতি, নাকৰ-পানীয়ে-চকুৰ-পানীয়ে একে কৰিলে। তেওঁৰ বিলাপ শুনি অজান পশু পক্ষীবিলাকেও যেন সমবেদনা জনালে। হস্তিনাৰ বহুত বামুণে যুধিষ্ঠিৰ নিষেধ নামানি, ছাঁৰ দৰে তেওঁৰ লগে-লগে বনলৈকে গ'ল।

দুঃশাসনৰ টনা-আঁজোৰাত দ্ৰৌপদীৰ খোপা মুকলি হৈছিল। সেই দেখি. তেওঁ মেলা চুলিৰেই বনলৈ গ'ল। দুষ্ট কৌৰৱবিলাকৰ পাপ চাই পৰাচিত নহয় মানে, তেওঁ চুলি নাবান্ধে বুলি প্ৰতিজ্ঞা কৰিছিল।

গৈ থাকোঁতে গৈ থাকোঁতে, পাণ্ডৱসকল সুদূৰ উত্তৰত ওলালগৈ; আৰু অৱশেষত কাম্যক বনত উপস্থিত হ'ল।

সেই বনৰ স্বাভাবিক সৌন্দৰ্য্যত মুগ্ধ হৈ, তেওঁবিলাকে তাতে কিছুদিন থাকি, কাল কটাবলৈ, মন কৰিলে।

চল-চক্ৰান্ত কৰি, পাণ্ডৱসকলক বিনা দোষত বনলৈ পঠোৱাৰ বাতৰি চাৰিওফালে ফুটি-ফাটি গ'ল। ভোজ, বৃষ্ণি আৰু যদুবংশৰ বৰ বৰ বীৰেৰে, আৰু পাঞ্চাল আদি ৰাজাৰ মিটিৰ-কুটুমেৰে কামাক বন ভৰি পৰিল। বৰ্ব্বৰ কৌৰৱবিলাকৰ আচৰণ দেখি, সকলোৰে খং উঠিল, আৰু ঘিণ লাগিল। সকলোৱে একেমুখে প্ৰতিজ্ঞা কৰিলে যে, তেৰ বছৰৰ পাচত যুদ্ধত দুৰ্য্যোধনৰ অহঙ্কাৰ চূৰ্ণ কৰি, তেওঁবিলাকে যুধিষ্ঠিৰক পৈতৃক সিংহাসনত বহুৱাবলৈ, যৎপৰো-নাস্তি চেষ্টা কৰিব।

নিদাৰুণ অপমানৰ কথা সুঁৱৰি কান্দি কান্দি, দ্ৰৌপদী যে একেবাৰে আউলী-বাউলী হ'ল। শ্ৰীকৃষ্ণই তেওঁক সান্ত্বনা দি ক'লে, "কল্যাণি, বনবাসৰ দিন কেইটা কোনোমতে সহি-সামৰি কটোঁৱা। যিবিলাকে তোমাক বিনা দোষত বাঁৰী তিৰোতাই কন্দাৰ দৰে কান্দিব লগা কৰিছে, সিহঁতৰ তিৰোতা-বিলাকেও তেৰ বছৰৰ পাচত, পতি আৰু পুত্ৰ শোকত ব্যাকুল হৈ, এগুণত সাতো গুণে কান্দিব লাগিব। মই যেনে কৈছোঁ, তেনে শুনিবাঁ; ইয়াৰ কেতিয়াও অন্যথা নহয়। সংসাৰত এতিয়াও ধৰ্ম্ম আছে।"



## চতুৰ্থ অধ্যায়।

নিচেই নিঃসহায় অৱস্থাত পাণ্ডৱসকল বনলৈ গৈছিল। নিজে কি খাব ক'ত থাকিব, তাৰে একো থিৱাং নাই।

দুৰ্য্যোধনৰ কৃতঘ্নতা আৰু দুৰ্ব্বাসাৰ সহায়েৰে পাণ্ডৱসকলৰ নাশ কৰাৰ চেষ্টা।

তেনেস্থলত আলহী-অথিতি শোধপোচ কৰা কিমান টান কথা, তাক এবাৰ ভাবি চালেই বুজিব পাৰি। কিন্তু বামুণসকলে একো-পধ্যে তেওঁৰ লগ নেৰিলে। এই কথাত যুধিষ্ঠিৰে পেটে-পেটে বৰ ভয় খালে। সূৰ্য্যৰ বৰত জানিবা তেঁও এই বিপদ সাগৰৰ পৰা উদ্ধাৰ হ'ল। যুধিষ্ঠিৰৰ পূজাত সন্তুষ্ট হৈ, সূৰ্য্যই তেওঁক এটা চৰু দিলে। তাৰ বিশেষ গুণ এই যে, তাৰ পৰা যিমান খোৱা বস্তু অনা হয়, তাৰ দুগুণ উফায়। লাখ লাখ মানুহক খুৱালেও তাৰ পৰা অন্ন-ব্যঞ্জন অজস্ৰ ভাবে ওলাই থাকে। কেৱল দ্ৰৌপদীয়ে খোৱাৰ পাচতহে সকলো খাদ্য-দ্ৰব্য টুকায়। এই আচৰিত চৰুটোৰ বলত, পাণ্ডৱসকলে বনত থকা কালত, বহুত অতিথি-অভ্যাগতিক মুখে-বোলে-মানে বত্ৰিছ ব্যঞ্জনেৰে খুৱাই, মনত বিমল আনন্দ উপভোগ কৰিব পাৰিছিল।

কাম্যক বনত কিছুদিন থকাৰ পাচত, তেওঁবিলাক দ্বৈত বনলৈ গ'ল। এই সময়ত এটা আচৰিত ঘটনা ঘটিল। পাণ্ডৱসকলৰ আলৈ-নিলৈ স্বচক্ষে চাই, আৰু দহক দেখুৱাই, তেওঁবিলাকৰ পোৱা ঘাত চেঙা তেল দিবৰ মনেৰে, দুৰ্য্যোধনে

সপৰিবাৰে আৰু সসৈন্যে সেই দ্বৈতবনৰ মাজেদি শোভা-যাত্ৰা কৰি যাবলৈ ঠিক কৰিলে। এই কামত কৰ্ণ, দুঃশাসন, শকুনি আদিৰ উৎসাহৰ ঠাই নাই। পাণ্ডৱসকলৰ বহাৰ অলপ দূৰতে, চিত্ৰসেন নামেৰে এজন গন্ধৰ্ব্ব আছিল। তেওঁ দুৰ্য্যোধনৰ পেট-কথা অনুমানতে বুজি উঠিল। অলপ কথাতে গন্ধৰ্ব্বৰ লগত দুৰ্য্যোধনৰ সৈন্যবিলাকৰ থৈয়া-নথৈয়া যুদ্ধ লাগিল। যি শকুনি আৰু কৰ্ণৰ গলধনত ইমান গপ, ইমান অহঙ্কাৰ, ইমান আস্ফালন, সেই কৰ্ণ, সেই শকুনিয়ে, সকলোতকৈ আগতে ঘ'ৰে দুৰ্য্যোধন ত'তে এৰি, পলায় ফাইডাং মাৰিলে। চিত্ৰসেনে দুৰ্য্যোধনক অকলশৰীয়া অৱস্থাত পাই, মেৰ-মেৰ কৰে বান্ধি, ৰথত তুলিলৈ গুচি গ'ল।

যুধিষ্ঠিৰে এই অমঙ্গলীয়া বাতৰি পোৱা মাত্ৰকতে দুৰ্য্যোধনক উদ্ধাৰ কৰি আনিবলৈ ভীম আৰু অৰ্জ্জুনক পঠালে। লগত সৈন্য নাই, সামন্ত নাই,—সাৰথি, ৰথ, ঘোঁৰা একোৰে একোটো নাই। ওলাল মাত্ৰ দুই ভাই যুদ্ধলৈ। কিন্তু তেওঁবিলাকৰ আগত থিয় হ'ব পৰা বীৰ কোন আছে? গন্ধৰ্ব্বৰ সৈন্যবোৰ যে ফুঁতে উৰিল। অৱশেষত, ভীম আৰু অৰ্জ্জুনৰ হাতত চিত্ৰসেনো বন্দী হ'ল।

দুৰ্য্যোধন আৰু চিত্ৰসেনক তেওঁৰ আগলৈ আনিলত, যুধিষ্ঠিৰে দুইৰো বান্ধ মুকলি কৰি দিলে; আৰু মিঠা কথাৰে সন্তুষ্ট কৰি, চিত্ৰসেনক বিদায় দিলে। তাৰ পাচত তেওঁ দুৰ্য্যোধনৰ ফাললৈ চাই ক'লে "ভাই দুৰ্য্যোধন, এনেকুৱা

কাম, মোৰে শপত, আৰু নকৰিবাঁ। তুদিনীয়া ধন-সম্পত্তিৰ গৰ্ব্বত মতলীয়া হৈ ধৰ্ম্মৰ ফালে পিঠি দিলে, ঈশ্বৰে নসহে; আৰু খোজে খোজে বিপদত পৰিব লাগে। আশা কৰো এই শিকনিয়ে তোমাক সুপথলৈ আনিব।”

হস্তিনালৈ উলটি আহিবৰ সময়ত তুৰ্য্যোধনে সকলোৰে ওচৰত বাহিক ৰং মনেৰে বিদায় ল’লে হয়; কিন্তু তেওঁৰ হিংসানল অন্তৰত তুগুনে জ্বলি উঠিল। যি পাণ্ডৱ তেওৰ চকুৰ কুটা, দাঁতৰ শূল; যাক আজীৱন তুখ কষ্ট দিয়াই আৰু লঘু-লাঞ্ছনা কৰাই তেওঁৰ জীৱনৰ একমাত্ৰ ব্ৰত; যাৰ ৰাজ্য-সম্পদ তেওঁ বলেৰে নোৱাৰি চলেৰে কাঢ়ি লৈছে; সেই ভিকহু পাণ্ডৱসকলে তেওঁক সপৰিবাৰে ৰক্ষা কৰা অপমানটো তেওঁ ক’ত থ’ব? এনেবোৰ কথা ভাবি চিন্তি, পাণ্ডৱসকলৰ ওচৰত নিজক সৰু [illegible] যেন বিবেচনা কৰি, তেওঁ একেবাৰে হিতাহিত বিবেচনাশূন্য হৈ পৰিল।

সূৰ্য্যই দিয়া আচৰিত চৰুটোৰ কথা, তেও ঘৰত থাকিয়েই শুনিছিল। হস্তিনালৈ উলটি আহি, তেওঁ এটা অদ্ভূত ফন্দীৰে, পাণ্ডৱসকলক নাশ কৰিবলৈ কৃতসংকল্প হ’ল। দিনৌ দহ দণ্ড ৰাতি যোৱালৈকে দ্ৰৌপদীয়ে পতি আৰু অতিথি সকলক খুৱাই-ধুৱাই, নিজে আহাৰ কৰিছিল, তুৰ্য্যোধনে ভাবিলে, দ্ৰৌপদীয়ে খোৱাৰ পাচত দহ হাজাৰ শিষ্যেৰে সৈতে তুৰ্ব্বাসা মুনিক পাণ্ডৱসকলৰ আশ্ৰমলৈ পঠাই দিব। সেই অপ্ৰস্তাৱত মুনি আৰু শিষ্যসকলক আও-ঠাও লাগি খুউৱা পাণ্ডৱসকলৰ পক্ষে

অসম্ভব। এই অপৰাধ দুৰ্ব্বাসা হেন খঙ্গাল মুনিয়ে কেতিয়াও নসহে। শাপ দি দ্ৰৌপদী আৰু পাণ্ডৱসকলক নিশ্চয় ভস্ম কৰিব'। কৰ্ণ আৰু শকুনিয়ে দুৰ্য্যোধনৰ এই আচৰিত ফন্দীৰ কথা শুনি তেওঁক শতমুখে প্ৰশংসা কৰিবলৈ ধৰিলে।

ইয়াৰ পাচত, সেৱা-শুশ্ৰূষাৰে দুৰ্ব্বাসা মুনিক ম-ময়া কৰি, এদিন সঁচাসঁচিকৈয়ে দুৰ্য্যোধনে তেওঁক সশিষ্যে পাণ্ডৱসকলৰ আশ্ৰমলৈ পঠাই দিলে। আহাৰ সমাপন কৰি সকলোবিলাকে ৰাতি বিশ্ৰাম কৰিবলৈ কাবনাৰ কৰিছে, এনেতে দুৰ্ব্বাসা ঋষি দলে-বলে আহি, আশ্ৰমত ওলালহি। সেই সময়ত নাই যে নাই খুৰাখুদ এটাও নাই—নিগনি পৰি ডেওপাল কৰিছে। তেওঁক দেখিয়েই যুধিষ্ঠিৰৰ তালু-সৰে জীৰ গ'ল। মাজ তালুতে সাপে খালে, হৰণী ধৰিবলৈ থাই নাইকিয়াত পৰিল।

দ্ৰৌপদীয়ে যেতিয়া শুনিলে যে, মুনিয়ে সকলোৱে নিমিত্তে আহাৰ আয়োজন কৰিবলৈ কৈ স্নান আহ্নিক কৰিবলৈ গৈছে, তেতিয়া তেওঁ ভয়ত বিতত হ'ল। আৰু বা কিমান ললাট ভুঞ্জিব লগা আছে, তাক কোনে জানে? অন্ত একো উপায় নেদেখি, দ্ৰৌপদীয়ে সকাতৰে আৰু সঘনে, শ্ৰীকৃষ্ণৰ নাম ল'বলৈ ধৰিলে। সেই প্ৰাণভৰা স্তুতি, সেই আন্তৰিক প্ৰাৰ্থনা, বিফলে যাব পাৰেনে? চকুৰ পচাৰতে শ্ৰীকৃষ্ণই তেওঁক দেখা দি ক'লে "ভয় নকৰিবা; মই সকলো যুগুত কৰি দিম। মোৰ বৰ ভোক লাগিছে; কি আছে অলপ খাবলৈ দিয়া।"

শ্ৰীকৃষ্ণৰ সহায়ত পাণ্ডৱসকলৰ দুৰ্ব্বাসাৰ কোপৰ পৰা মুক্তি।

দ্ৰৌপদীয়ে ক'লে, "চৰুটো ধুই থৈ আহিছোঁ। ঘৰত খুদ-কণ এটাও নাই—কি দিম ?" শ্ৰীকৃষ্ণই ক'লে "বাৰু ভালকৈ এবাৰ চোৱাগৈ। অলপ কিবাকিবি হ'লেই যথেষ্ট। বোলোঁ, বটাক নিয়ৰৰ পানীয়েই আঁটিব।" নপতিওৱা দেখি দ্ৰৌপদীয়ে শ্ৰীকৃষ্ণক দেখুৱাবলৈ চৰুটোকে দাঙ্গি আনিলেগৈ। তেতিয়া তেওঁ কলে, "সৌ যে শাক আৰু ভাতৰ কণিকা লাগি আছে, তাকে দিয়াঁ ; তাৰেই মোৰ ভোক গুচিব।"

লাজত কুঁচুতি মুচুতি তললৈ মূৰ কৰি দ্ৰৌপদীয়ে সেই ভাত শাকৰ কণিকা শ্ৰীকৃষ্ণৰ হাতত দিয়াত, তেওঁ তাকে গাল মাৰি দি ক'লে, "বিশ্বাত্মা পৰিতৃপ্তোস্মি" ; আৰু উগাৰ এটা মাৰি, পেট মোহাৰিবলৈ ধৰিলে।

ইকালে দুৰ্ব্বাসা আৰু তেওঁৰ শিষ্যবিলাকে বেগতে স্নান আহ্নিক কৰি খাবলৈ আহক ছাৰি সকলোৱে পেট লৰাব নোৱাৰা হ'ল। পেট ঢকা-ডিঙ্গৰীয়া লাগিল ; আৰু ঘনে ঘনে ফুঁহুৰি-উগাৰ আহিবলৈ ধৰিলে। হঠাৎ এনেকুৱা হোৱাৰ একো কাৰণ বুজিব নোৱাৰি সকলো অবাক হ'ল। আহিব নোৱাৰি তেওঁবিলাক সেই ৰাতি গঙ্গাৰ পাৰতে দাঁতত-আলু-দি পৰি থাকিল। পাচদিনা ৰাতিপুৱা দুৰ্ব্বাসা মুনি শিষ্যবিলাকেৰে সৈতে, পাণ্ডৱসকলৰ আশ্ৰমলৈ আহি, ৰাতি আহিব নোৱাৰাৰ কাৰণ লজ্জিত ভাবে উল্লেখ কৰিলে ; আৰু আহাৰৰ অন্তত সকলোকে আশীৰ্ব্বাদ দি, আনন্দমনেৰে বিদায় গ্ৰহণ কৰিলে। কোৱা বাহুল্য, ৰাতি পুৱালত, সুৰ্য্যই

দিয়া চকুটোৰ প্ৰভাৱত, পাণ্ডৱসকলৰ একোৰে নাটনি নহল। শ্ৰীকৃষ্ণ সখা আছিল দেখি, পাণ্ডৱসকলৰ কাণৰ পানীও কাণে নগ'ল।

এই সংবাদ যথা সময়ত দুৰ্য্যোধনৰ কাণত পৰিলত, তেঁও বৰ বিষাদ পালে; কিন্তু পাণ্ডৱসকলৰ বিপদত পেলাবলৈ ভগ্নোদ্যম নহ'ল।

দ্ৰৌপদীক হৰণ কৰিবলৈ জয়দ্ৰথৰ চেষ্টা।

দুৰ্য্যোধনে এইবাৰ এটা নতুন পাং পাতিলে। তেওঁৰ জয়দ্ৰথ নামেৰে এজন বৈনায়েক আছিল। দুৰ্য্যোধনে ভাবিলে, জয়দ্ৰথক পঠাই দি যদি কিবা স্বৰূপে, দ্ৰৌপদীক হৰণ কৰি আনিব পৰা হয়, তেন্তে তেওঁৰ শোকত পাণ্ডৱসকলে নিশ্চয় প্ৰাণ বিসৰ্জ্জন দিব।

দুৰ্য্যোধনক ভালৰি বোলাবৰ নিমিত্তে এই অসীম-সাহসৰ কাম কৰিবলৈ গাতলৈ বপুৰা জয়দ্ৰথ, ভীম আৰু অৰ্জ্জুনৰ হাতত পৰি যে কিমান লাঞ্ছিত আৰু নিগৃহীত হ'ব লগা হৈছিল, তাৰ কথা ক'বলৈ গ'লে চকুৰ পানী ওলাই আহে। ভুকুগেৰ, , চৰ, চাপৰ, বাঘচকা, থিয়কিল, যে তেঁও কিমান খালে তাৰ সীমা-সংখ্যা নাই। শেহত প্ৰাণলৈকো হতাহতি। জয়দ্ৰথৰ কপাল ভাল গুণে ঈশ্বৰে, বলাই-ঘটাই যুধিষ্ঠিৰক জানিবা মূৰামূৰি সময়ত ঘটনাস্থললৈ আনি দিলে। নোহোৱা হ'লে, সেই দিনাই তেওঁ ফালে পতং।

ইয়াৰ পাচত নানা তীৰ্থ, বন, উপবনত ঘূৰি-পকি পাণ্ডৱসকলে বাৰ বছৰ কাল কটাই দিলে।

ক্ৰমে অজ্ঞাত বাসৰ সময় আহি উপস্থিত হ'লহি। তেতিয়া পাঁচ পাণ্ডৱ আৰু দ্ৰৌপদীয়ে মৎস্য দেশৰ বিৰাট ৰজাৰ আশ্ৰয়ত থাকি এই বছৰটো কটাবলৈ, অভিপ্ৰায় কৰিলে। বিৰাট বৰ ভাল ৰজা বুলি সুখ্যাতি আছিল। এদিন ছদ্ম বেশেৰে তেওঁবিলাক বিৰাট ৰজাৰ সভাত ওলালগৈ।

বিৰাট নগৰত পাণ্ডৱ সকলৰ অজ্ঞাত বাস।

প্ৰথমতে আহিল যুধিষ্ঠিৰ। তেওঁৰ সৌম্যমূৰ্ত্তি আৰু গাম্ভীৰ্য্য দেখি, ৰজা মোহিত হ'ল। ব্যগ্ৰভাৱে পৰিচয় সোধাত যুধিষ্ঠিৰে ক'লে, "মোৰ নাম 'কঙ্ক'। মই পাশা খেলিব জানো! মোৰ দুখৰ কথা কিমান ক'ম—মই যুধিষ্ঠিৰ ৰজাৰ সভাসদ আছিলো; আৰু তেওঁৰ যহতে ভালকৈ ভোগালোঁ। মুঠতে কওঁ মই তেওঁৰ দেহৰ আদখানি আছিলোঁ। পাশা-খেলত হাৰি তেওঁ বনলৈ যোৱাত, মই বৰ দুখত পৰিলোঁ। সেই বাবে সহায় বিচাৰি, আপোনাৰ ওচৰলৈ আহিছো"। যুধিষ্ঠিৰৰ কথা শুনি, ৰজাৰ হিয়া চেনেহত পমি গ'ল। তেওঁ বৰ আদৰেৰে যুধিষ্ঠিৰক প্ৰধান সভাসদ নিযুক্ত কৰিলে।

অলপ পৰৰ পাচত আহিল ভীম। তেওঁ সাইলাখ ৰান্ধনি বামুণৰ দৰে কাপোৰ-কানি পিন্ধি আহিছিল। ৰাজসভাত সোমায়েই তেওঁ হাত দাঙ্গি আশীৰ্ব্বাদ দি ক'লে, "মহাৰাজৰ জয় হওক; মোৰ নাম 'বল্লভ' । মই যুধিষ্ঠিৰ ৰজাৰ প্ৰধান পাচক আছিলোঁ। এতিয়া তেওঁবিলাক বনলৈ যোৱাত মোৰ ভিকাচন ভাগিল। সেই দেখি, কাম-কাজ বিচাৰি,

আপোনাৰ ওচৰলৈ আহিছোঁ। দয়া কৰি আশ্ৰয় দিলে আপোনাক সন্তুষ্ট কৰিবলৈ অহো-পুৰুষাৰ্থ কৰিম। মই অলপ-অচৰপ মল্লযুদ্ধও জানো।” ভীমৰ কথা শুনি, ৰজাই তেওঁক প্ৰধান ৰান্ধনিৰ বাব দিলে।

এনে সময়তে দ্ৰৌপদীক অহা দেখি, সকলোৱে থৰ লাগি তেওঁৰ ফাললৈ চাবলৈ ধৰিলে। তেওঁ ফটা-ছিটা আৰু অপৰিষ্কাৰ কাপোৰ পিন্ধি আহিছিল যদিও, তেওঁৰ প্ৰকৃত সৌন্দৰ্য্য বিৰিঙ্গি পৰিছিল। এনেকুৱা সুন্দৰী, আগেয়ে কোনেও ক’তো দেখা নাই। অন্যৰ কথাকে নকওঁ, স্বয়ং সুদেষ্ণা ৰাণীয়েও নিলগৰ পৰা তেওঁক দেখি চকু ঘূৰাব নোৱাৰা হ’ল। ততালিকে তেওঁক অন্তঃপুৰলৈ নিয়াই আন কাম কাতিকৈ থৈ ৰাণীয়ে সুধিলে, “আইটি, তুমি কোন? অপ্সৰী নে, দেবীনে, বা তাতোকৈ ওখ খাপৰ কিবা? সঁচাকৈ কোৱাঁ; মোক নাভাৰিবা দেই”।

লাজত তললৈ মূৰকৈ দ্ৰৌপদীয়ে ক’লে, “মাতৃ, মই দেবীও নহওঁ, অপ্সৰীও নহওঁ; মই এজনী সামান্য তিৰোতা; সৈৰিন্ধ্ৰীৰ কাম কৰি পেট-ভাত মোকলাওঁ। মোৰ পাঁচ-জন গন্ধৰ্বব স্বামী আছে; সিবিলাকে মোক সততে ৰক্ষা কৰি ফুৰে। ইয়াৰ আগেয়ে মই সত্যভামা আৰু দ্ৰৌপদীৰ লগত আছিলোঁ। এতিয়া জীবিকাৰ উপায় বিচাৰি, আপোনাৰ কাষ চাপিছোঁ।”

দ্ৰৌপদীক দেখি ৰাণীৰ ইমান মৰম লাগিল যে, তেওঁ দ্ৰৌপদীক ততালিকে কাম দিলে। তেতিয়া দ্ৰৌপদীয়ে ক'লে, "মাতৃ, যদি দায়-দোষ নধৰে তেন্তে, বেটীয়ে এতিয়াই দুআষাৰ কথা কাণ-চুৱাই থ'ব খোজোঁ। কথা দুটি হৈছে এই —মই কাৰো ভৰিত হাত নিদিওঁ, আৰু কাৰো উচ্ছিষ্ট নাখাওঁ; কাৰণ গন্ধৰ্ব্ব-পতিসকলে, মই তেনেকুৱা কাম কৰা দেখিলে, ভাল নুবুলিব"। সুদেষ্ণা ৰাণী, সেই কথা দুটিত, সন্মত হ'ল।

ইয়াৰ পাচত, অৰ্জ্জুনে স্ত্ৰীবেশেৰে আহি "বৃহন্নলা" নামেৰে পৰিচয় দিলেহি; আৰু ৰাজকুমাৰীসকলক নৃত্য, গীত আৰু বাদ্য শিকাবলৈ শিক্ষক, নিযুক্ত হ'ল। সৰশেহত, নকুলে "গ্ৰন্থিক" আৰু সহদেৱে "তন্ত্ৰীপাল" নামেৰে চিনাকি দি, যথাক্ৰমে ৰজাৰ ঘোঁৰাৰ আৰু গৰুবোৰৰ তত্বাৱধানৰ ভাৰ পালে।

এইদৰে ভিন-ভিন কামত নিযুক্ত হৈ, যুধিষ্ঠিৰ প্ৰভৃতিয়ে বিৰাট ৰজাৰ ঘৰত, এনে ছদ্মবেশেৰে থাকিবলৈ ধৰিলে যে, তেওঁবিলাকক পঞ্চ পাণ্ডৱ আৰু দ্ৰৌপদী বুলি চিনক ছাৰি কেৰেঁ সেই বিষয়ে অণুমাত্ৰ সন্দেহকে কৰিব নোৱাৰিলে।

কীচক বধ।

অজ্ঞাত বাসৰ প্ৰথম দহ মাহ একো ৰাগ-জাল নোহোৱাকৈয়ে পাৰ হ'ল। দ্ৰৌপদী যে ৰাণীৰ দেহ-লাও হৈ উঠিল। ৰজা যেনে সাধু আৰু মৰমিয়াল আছিল, সুদেষ্ণা ৰাণীও তদ্ৰূপ আছিল। নহ'বই বা কেলৈ? মানুহে কথাতে কয় বোলে, "ফেঁচাৰ ফেঁচী, ইন্দ্ৰৰ শচী"। তেওঁ

দ্ৰৌপদীক অন্তৰেৰে সৈতে ভাল পাইছিল; কিন্তু তেওঁৰ ভায়েক (আৰু বিৰাট ৰজাৰ প্ৰধান সেনাপতি) কীচকৰ উৎপাতত হ'লে, সকলো জলা-কলা হ'ল। বিশেষকৈ, দ্ৰৌপদী তেওঁৰ কুদৃষ্টিত পৰাত, শেহৰ দুমাহমান যে দ্ৰৌপদীয়ে এহাতে চকুলো টুকি এহাতে ভাত খাব লগা হৈছিল। ক্ৰমাত কীচকৰ দ্ৰৌৰাত্ম্য যেতিয়া অসহনীয় হৈ উঠিল তেতিয়া, দ্ৰৌপদীয়ে তলে-তলে ভীমৰ সহায় বিচাৰিলে। ছেগ চাই ভীমে এদিন কীচকক থুকুচি-থুকুচি কোমোৰাটো যেন কৰি মাৰি পেলালে। তেতিয়াহে দ্ৰৌপদীৰ মুখলৈ পানী আহিছে। দ্ৰৌপদীয়ে কৈ ফুৰিলে যে, কীচকৰ আচৰণত তেওঁৰ গন্ধৰ্ব্ব পতিসকলৰ খং উঠাত, তেওঁবিলাকে কীচকক বধ কৰিলে। গন্ধৰ্ব্বৰ নাম শুনি ভয়ত সকলো কম্পমান। 

অজ্ঞাত বাসৰ বছৰটো উকলিলত, বিৰাট ৰজাই যুধিষ্ঠিৰ আদিৰ আচল পৰিচয় পাই, আনন্দত মগ্ন হ'ল।

অভিমন্যুৰ বিবাহ।

জগৎ পূজিত পাণ্ডৱসকল, এদিন নহয় দুদিন নহয় এবছৰকৈ কাল, তেওঁৰ তাত থাকি গৃহ পবিত্ৰ কৰা সকলোৰে ভাগ্যত নঘটে। দেশ জুৰি সকলোৱে আনন্দ-উৎসৱ কৰিবলৈ ধৰিলে। ইয়াৰ দিনচেৰেকৰ পাচত বিৰাট ৰজাৰ জীয়েক উত্তৰাক, বৰ ধুমধামেৰে, অৰ্জ্জুনৰ পুতেক অভিমন্যুলৈ বিয়া কৰোৱা হ'ল। এই বিয়া খাবলৈ দ্বাৰকাৰ পৰা সপৰিবাৰে শ্ৰীকৃষ্ণ, বলৰাম আদি আৰু নানা দেশৰ পৰা বৰ বৰ বীৰ আৰু প্ৰতাপী ৰজাসকল আহিছিল

## পঞ্চম অধ্যায়।

অভিমন্যুৰ বিয়াৰ পাচত মৎস্য দেশত এখন ভিতৰুৱা মেল বহিল। তাত সকলোৱে কথা বান্ধিলে যে, হিংসাকুৰীয়া দুৰ্য্যোধনে যদি ভালে-ভালে পাণ্ডৱসকলৰ ৰাজ্য পাণ্ডৱসকলক এৰি নিদিয়ে তেন্তে তেওঁ-বিলাকে তেওঁৰ লগত যুদ্ধ কৰি হলেও ৰাজ্যৰ ন্যায্য অংশ আনি দিব; আৰু সেই যুদ্ধত, মেলত উপস্থিত থকা সকলোৱেই, পাণ্ডৱ-পক্ষত যোগ দিব।

যুদ্ধৰ আয়োজন।

এই কথা দুৰ্য্যোধনৰ কাণত পৰিবলৈ সৰহ সময় নালাগিল। ভীষ্ম, দ্ৰোণ, বিদুৰ আদি বিজ্ঞ আৰু পৰিণামদৰ্শী লোকসকলে, দুৰ্য্যোধনক অনেক প্ৰকাৰে বুজাবলৈ ধৰিলে। পাণ্ডৱসকলক যে ন্যায়মতে পাবলগীয়া ৰাজ্যৰ অংশ এৰি নিদিলে ঘোৰ কন্দল লাগিব, আৰু তাৰ লগে-লগে বিখ্যাত কুৰু কুলো যে ধ্বংস পাব, এই কথা প্ৰতি-প্ৰতিকৈ বুজাই দিয়া সত্বেও, দুৰ্য্যোধন টিঙৰ পৰা নানামিল।

অৱশেষত স্বয়ং শ্ৰীকৃষ্ণই সন্ধিৰ প্ৰস্তাৱ কৰিবলৈ হস্তিনালৈ আহিল। অহঙ্কাৰী দুৰ্য্যোধনে আগৰদৰে কোৱাকে ক'লে আৰু চোবোৱাকে চোবালে; কিন্তু সন্ধি কৰিবলৈ কোনোমতে মৈমান নহ'ল। তদুপৰি, তেওঁ শ্ৰীকৃষ্ণক বন্দী কৰি থ'বলৈহে যত্ন কৰিলে। দুৰ্য্যোধনৰ অসদ্ব্যৱহাৰত মৰ্ম্মাহত হৈ, তেৱেঁা

উলটি যাব লগা হ'ল। তেতিয়া যুদ্ধৰ বাহিৰে আন উপায় নাথাকিল।

হস্তিনাৰ পৰা মৎস্যদেশলৈ উলটি যোৱাৰ আগতে, শ্ৰীকৃষ্ণই কুন্তী দেৱীক বিদুৰৰ ঘৰত দেখা কৰিলে; আৰু সকলো কথা ভাঙ্গি-পাতিকৈ সেই বিষয়ে তেওঁৰ কি মত তাক জানিব খুজিলে। সম্বন্ধত, কুন্তী শ্ৰীকৃষ্ণৰ পেহীয়েক হয়। তেওঁ কলে, "মই ক্ষত্ৰিয়ৰ জীয়াৰী আৰু ক্ষত্ৰিয়ৰ বোৱাৰী; তেনেস্থলত মই কি মত দিম তাক তুমিও জানিছা চাগৈ। মোৰ ল'ৰা কেইটাৰ আলৈ-বিলৈ আৰু দুখ-দুৰ্গতি, তুমি দেখিয়েই আছাঁ; তাকনো আৰু দুনাই কি ক'ম? তেওঁ-বিলাকক ক'বাঁ ইন্দ্ৰপ্ৰস্থৰ সুখৰ দিনৰ কথা মনত পেলাই, আৰু ৰাজসভাৰ মাজত দ্ৰৌপদীক দিয়া অপমানৰ কথা সুঁৱৰি, ক্ষত্ৰিয় তেজেৰে উদ্দীপ্ত হৈ, সিংহ বিক্ৰমেৰে, অধৰ্ম্মৰ বিৰুদ্ধে আটাইকেউজনে যেন অস্ত্ৰ ধাৰণ কৰে। সেই যুদ্ধত যদি কোনোবা জন মৰেও, তাত মোৰ বেজাৰ নাই। তথাপি তোমাৰ অনুগ্ৰহত কাৰো হানি-বিঘিনি নোহোৱাকৈয়ে তেওঁবিলাক যুদ্ধত জয় হ'ব পায় দেখোঁ।" বীৰ-ৰমণীৰ নিৰ্ভীক উত্তৰ শুনি, শ্ৰীকৃষ্ণই বৰ উৎসাহ পালে।

বাটত শ্ৰীকৃষ্ণই কৰ্ণক লগ পাই, পাণ্ডৱসকলৰ লগত তেওঁৰ কি সম্বন্ধ, তাক ভালকৈ বুজাই ক'লে; আৰু যুদ্ধত পাণ্ডৱ পক্ষত যোগ দিবলৈ অনুৰোধ কৰিলে; কৰ্ণই কিন্তু চুই-ৰামকে নস'লে। তাৰ পাচত এদিন কুন্তী দেৱীয়ে নিজে

কৰ্ণৰ ওচৰলৈ বিৰলে গৈ সেই বিষয়ে খাটিছিল ; কিন্তু ফল হলে একো নধৰিলে।

যুদ্ধ অনিবাৰ্য্য হৈ উঠিলত দুয়ো দলে পাৰে-মানে সৈন্য সংগ্ৰহ কৰিবলৈ ধৰিলে। কৌৰৱসকলে এঘাৰ, আৰু পাণ্ডৱ-সকলে সাত অক্ষৌহিণী সেনা গোটালে। দ্ৰুপদ, বিৰাট জৰাসন্ধৰ পুতেক জয়ৎসেন, শিশুপালৰ পুতেক ধৃষ্টকেতু, অসাধাৰণ যোদ্ধা সাত্যকি, মহাবীৰ পাণ্ড্য প্ৰভৃতি বহুত ৰজাই অসংখ্য সৈন্যেৰে সৈতে আহি পাণ্ডৱ পক্ষত যোগ দিলে। ইয়াৰ উপৰিও ভীমৰ পুতেক ঘটোৎকচে দুই কোটি ৰাক্ষস সেনা আনিলে। চন্দ্ৰবংশৰ ভুৰিশ্ৰবা, কামৰূপৰ ভগদত্ত, যদুবংশৰ কৃতবৰ্ম্মা, সিন্ধুৰাজ জয়দ্ৰথ, কাম্বোজৰাজ সুদক্ষিণ প্ৰভৃতি ৰজাসকলে সসৈন্যে কৌৰৱ পক্ষত যোগ দিলেহি। সৈন্যবিলাকে ছাউনী কৰি বিস্তীৰ্ণ কুৰুক্ষেত্ৰত যুদ্ধৰ কাৰণে সাজু হৈ ব'ল। অসংখ্য ধ্বজ পতাকাই, কুৰুক্ষেত্ৰৰ দৃশ্য তেনেই সলনি কৰি পেলালে ; আৰু ৰথৰ ঘৰ্ঘৰণিত, সৈন্যৰ কোঢ়ালত আৰু জন্তুৰ চীৎকাৰত তলৰ মাটি ওপৰ হ'ল।

মদ্ৰৰাজ শল্য পাণ্ডৱসকলৰ মোমায়েক হয়। ভাগিনিয়েক-সকলক সহায় কৰিবৰ কাৰণে বহুত সৈন্য লৈ আহোঁতে বাটতে দুৰ্য্যোধনে তেওঁক কৌশলেৰে হাত কৰি পেলালে ; কিন্তু যুধিষ্ঠিৰৰ অনুৰোধমতে, কৰ্ণেৰে সৈতে অৰ্জ্জুনৰ যুদ্ধ লগাৰ সময়ত, কৰ্ণক যিমান পাৰে সিমান নিৰুৎসাহ দিবলৈ শল্যই ভিতৰি গাত ল'লে।

শ্ৰীকৃষ্ণই নিজে পাণ্ডৱপক্ষত যোগ দিলে ; আৰু দহ কোটি নাৰায়ণী সেনা দি কৌৰৱক সহায় কৰিলে। এই যুদ্ধত অস্ত্ৰ নধৰে বুলি প্ৰতিজ্ঞা কৰিছিল গুণে, তেওঁ অৰ্জ্জুনৰ ৰথৰ সাৰথি হ'ল।

পাণ্ডৱপক্ষত বিৰাট, দ্ৰুপদ, সাত্যকি, ধৃষ্টকেতু, চেকিতান, শিখণ্ডী আৰু ভীমসেন—এই সাতজন সেনাপতি হ'ল। ধৃষ্টদ্যুম্ন প্ৰধান সেনাপতি, অৰ্জ্জুন পৰিচালক আৰু স্বয়ং শ্ৰীকৃষ্ণ সকলোৰে ওপৰত মন্ত্ৰণাদাতা হ'ল।

যুদ্ধ কোনোমতে থমাব নোৱাৰি, ভীষ্ম আৰু দ্ৰোণ বৰ বিমোৰত পৰিল। তেওঁবিলাকে সদায় কৌৰৱৰ চাউল খাই আহিছে ; সেই দেখি, এই বিপদৰ কালত দুৰ্য্যোধনৰ পক্ষ অৱলম্বন নকৰিলে, ধৰ্ম্মভ্ৰষ্ট হ'ব লগা হয়। ইফালে, পাণ্ডৱসকলৰ বিৰুদ্ধেই বা অস্ত্ৰ ধৰে কোন সতেৰে ? অনেক ভাবি চিন্তি, তেওঁবিলাকে অৱশেষত কৌৰৱৰ সপক্ষে যুদ্ধ কৰিবলৈকে ঠিক কৰিলে।

ভীষ্মক নিজ পক্ষত পাই দুৰ্য্যোধনৰ হিয়া এমুঠনমান উঠি পৰিল। নিজে ইচ্ছা কৰি নমৰিলে যিজনক মাৰোতাঁ নাই, এনে বীৰ যাৰ সহায়, তেওঁ কালৈ ডৰাব ? দুৰ্য্যোধনে তেওঁকে প্ৰধান সেনাপতি পদত বৰণ কৰিলে।

নিৰ্দ্দিষ্ট দিনত যুদ্ধ আৰম্ভ হ'ল। ভীষ্মই দহ দিন যুদ্ধ কৰিছিল ; আৰু দিনৌ দহ হাজাৰ পাণ্ডৱ সৈন্য বধ কৰি আৰু শ'ল ঠেকত পেলাই শ্ৰীকৃষ্ণক অস্ত্ৰ ধৰোৱাই, নিজৰ প্ৰতিজ্ঞা ৰক্ষা কৰিলে।

কুৰুক্ষেত্ৰৰ মহাযুদ্ধত দুৰ্য্যোধনৰ পৰাজয়।

পাণ্ডৱ পক্ষত তেওঁৰ লগত যুদ্ধ কৰিব পৰা বীৰ অৰ্জ্জুনৰ বাহিৰে কেওঁ নাছিল। অৱশেষত যেতিয়া অৰ্জ্জুনেও তেওঁৰ তেজ সহিব নোৱাৰা হ'ল, আৰু পাণ্ডৱবাহিণী দিনক দিনে লোণ পমাদি পমি যাবলৈ ধৰিলে তেতিয়া, শ্ৰীকৃষ্ণৰ পৰামৰ্শ অনুসাৰে অৰ্জ্জুনৰ ৰথৰ আগত শিখণ্ডীক আনি বহুৱাই দিয়াহি হ'ল। তেওঁক দেখা মাত্ৰকে ভীষ্মই হাতৰ ধনু-শৰ পেলাই দি মৃত্যুৰ নিমিত্তে প্ৰস্তুত হ'ল। অৰ্জ্জুনৰ বাণাঘাতত অস্থিৰ হৈ, কিছু সময়ৰ পাচত, তেওঁ ৰথৰ পৰা বাগৰি পৰিল; কিন্তু তেওঁৰ গাত ইমানবোৰ শৰে বিন্ধিছিল যে, তেওঁৰ পবিত্ৰ শৰীৰ মাটিত নপৰি শৰৰ ওপৰত আলাসতে দাং খাই ৰ'ল। ইয়াকে 'ভীষ্মৰ শৰশয্যা' বোলে। তেঁও এই শয্যাত আঠাৱন দিন বিশ্ৰাম কৰি, মাঘ মাহৰ শুক্লা অষ্টমীৰ দিনা, স্বৰ্গধামলৈ গতি কৰিলে।

ইয়াৰ পাচত দুৰ্য্যোধনে আচাৰ্য্য দ্ৰোণক প্ৰধান সেনাপতি পাতিলে। তেৰোঁ অতুল বিক্ৰমেৰে যুদ্ধ কৰি, পাণ্ডৱ সৈন্যৰ মাজত হাহাকাৰ লগাইছিল। এওঁৰ সময়তে সপ্তৰথীয়ে বেঢ়ি অভিমন্যুক বধকৰে। অৱশেষত শ্ৰীকৃষ্ণই চক্ৰান্ত কৰি, যুধিষ্ঠিৰৰ দ্বাৰাই তেওঁৰ পুতেক অশ্বথামা যুদ্ধত পৰিল বুলি কোৱাই, তেওঁক নিৰুৎসাহী আৰু মূৰ্চ্ছিত কৰি পেলালে; এই সুযোগতে ধৃষ্টদ্যুম্নই তেওঁক নৃশংসভাৱে বধ কৰিলে।

আচাৰ্য্যৰ মৃত্যুৰ পাচত, কৰ্ণ প্ৰধান সেনাপতি হ'ল। তেওঁৰ তুল্য বীৰ অতি বিৰল; কিন্তু গুৰুৰ শাপত তেওঁ যুদ্ধৰ

সময়ত উপযোগী অস্ত্ৰবিলাক পাহৰি পেলায়। তদুপৰি, শল্য তেওঁৰ ৰথৰ সাৰথি হৈ, পদে-পদে নিৰুৎসাহ দিবলৈ ধৰিলে। এনে সময়তে গো-বধৰ পাপৰ ফলত, তেওঁৰ ৰথৰ চকৰিকেইটা মাটিত দপ্-দপ্ কৰে সোমাই যোৱাত, ৰথ চলাবও নোৱাৰা হ'ল। এই ছেগতে অৰ্জ্জুনে তেওঁক বধ কৰিলে। কৰ্ণয়ো বহুত পাণ্ডৱ-সৈন্য মাৰি-কাটি খান্তাং কৰিলে।

কৰ্ণৰ মৃত্যুৰ পাচত, দুৰ্য্যোধনে শল্যক প্ৰধান সেনাপতি পাতিলে হয়; কিন্তু তেওঁৰ গা ওলাই পৰিল। এই সময়ত কি পাণ্ডৱৰ পক্ষত, কি কৌৰৱৰ পক্ষত, নিচেই তাকৰ সৈন্যহে আছিল। যুদ্ধত যুধিষ্ঠিৰে শল্যক বধ কৰিলে; আৰু তেওঁৰ মৃত্যুৰ লগে লগে কৌৰব-সৈন্য একেবাৰেই ছত্ৰভঙ্গ হৈ পৰিল—কিছুমান মৰিল আৰু কিছুমান পলাল। আন একো উপায় নেদেখি, দুৰ্য্যোধন যুদ্ধক্ষেত্ৰৰপৰা পলাই গ'ল; আৰু দ্বৈপায়ন হ্ৰদৰ জলস্তম্ভত লুকাই থাকিলগৈ।

পাণ্ডৱসকলে বিচাৰি বিচাৰি, তেওঁক তাতে পালেগৈ। তেতিয়া ভীমৰ লগত তেওঁৰ ভয়ানক গদা-যুদ্ধ হ'ল। এই যুদ্ধত ভীমে তেওঁৰ উৰু ভাঙ্গিলে; আৰু আগৰ প্ৰতিজ্ঞা অনুসাৰে, তেওঁৰ মূৰত পদাঘাত কৰিলে। এওঁ ঘাইল হোৱাৰ লগে লগে কুৰুক্ষেত্ৰ যুদ্ধৰো প্ৰায় শেষ হ'ল।

ভীমে তেওঁৰ প্ৰতিজ্ঞা আখৰে-আখৰে পালন কৰিলে। তেওঁ দুঃশাসনৰ বুকু চিৰি তেজ পিলে; আৰু ধৃতৰাষ্ট্ৰৰ বাকী আঠান্নবৈ জন পুতেকক অকলৈ বধ কৰিলে। অৰ্জ্জুনে

নিজ হাতে কৰ্ণক আৰু সহদেৱে শকুনিক বধ কৰি নিজ-নিজ প্ৰতিজ্ঞাৰপৰা মুক্ত হ'ল। অঠৰ দিন যুদ্ধৰ পাচত দুৰ্য্যোধনৰ গৰ্ব্ব তেনেই খৰ্ব্ব হ'ল।

অশ্বত্থামাৰ দ্বাৰা দ্ৰৌপদীৰ পঞ্চপুত্ৰ বধ।

পাণ্ডৱবিলাক যুদ্ধত জয়ী হৈয়ো, ঈশ্বৰৰ নিগ্ৰহত, অশ্বত্থামাৰ পাশবিক হত্যাকাণ্ডৰ দোষত, সুখ-সন্তোষ পূৰ্ণ মাত্ৰাত উপলব্ধি কৰিব নোৱাৰিলে। দুৰ্য্যোধনে যেতিয়া মৰিবলৈ চাটি-ফুটি লগাইছিল, তেতিয়াও তেওঁক আনন্দ দিবৰ মনেৰে, অশ্বত্থামাই পাণ্ডৱ-সকলৰ কটা মূৰ আনি দেখুৱাবলৈ প্ৰতিজ্ঞা কৰিলে। তাৰ পাচত কৃপ আৰু কৃতবৰ্ম্মাক লগত লৈ, মাজনিশা পাণ্ডৱ-সকলৰ শিবিৰত সোমাই, যেনে নিষ্ঠুৰ ভাৱে যাকে য'তে পালে ঘৈয়াই পেলালে, সেই অমানুষিক কাণ্ড দেখাহে নালাগে তাৰ কথা শুনিলেও, গাৰ নোম শিঁয়ৰি উঠে। দ্ৰৌপদীৰ পাঁচ পুতেক, ধৃষ্টদ্যুম্ন আৰু শিখণ্ডী সেই ৰাতি নিহত হ'ল।

শ্ৰীকৃষ্ণৰ পৰামৰ্শ অনুসাৰে, পাঁচ-পাণ্ডৱ আৰু সাত্যকি সেই ৰাতি শিবিৰত নোশোৱা বাবেহে কথমপি ৰক্ষা পৰিল। নতুবা, সেইদিনা তেওঁবিলাক সবাও টান হলহেঁতেন।

ইয়াৰ পাচত কৃপ, অশ্বত্থামা আৰু কৃতবৰ্ম্মা আনন্দত উত্ৰাৱল হৈ, যেতিয়া দুৰ্য্যোধনৰ ওচৰত উপস্থিত হ'লহি, তেতিয়া তেওঁ মৰিবলৈ সৰহ সময় নাছিল। হাত-ভৰিবিলাক দৰঙ্গৰ শিলৰ দৰে চেঁচা পৰিছিল; কেৱল মাত্ৰ টিপ্লিং-টিপ্লিংকৈ বুকৰ মাজত জীৱটো সোমাই আছিল। শিয়াল কুকুৰ আদি জন্তবোৰে

মাংসৰ লোভত, তেওঁৰ চাৰিওফালে টাকুৰী ঘূৰাদি ঘূৰি ফুৰিছিল।

দ্ৰৌপদীৰ পাঁচ পুতেকৰ মূৰ কেইটাকে পঞ্চ পাণ্ডৱৰ মূৰ বুলি বুজাবলৈ অশ্বত্থামাই বৰ চেষ্টা কৰিছিল; কিন্তু তেওঁ সেই সময়তো দুৰ্য্যোধনক ফাঁকি দিব নোৱাৰিলে। দুৰ্য্যোধনে আচল কথা বুজি উঠিলে। এই নৃশংস হত্যাকাণ্ডত দুৰ্য্যোধনৰো চকুৰ পানী ওলাল। তেওঁ "হায় হায়" কৰি অচিৰে চিৰ-নিদ্ৰাত অভিভূত হ'ল।

পাচদিনা পুৱাতে এই আকস্মিক আৰু শোচনীয় হত্যা-কাণ্ডৰ কথা শুনি চাৰিওফালৰপৰা যে কি ভয়ানক মৰ্ম্মভেদী হাহাকাৰ উঠিছিল, তাক বৰ্ণোৱা অসম্ভৱ। ভীম, অৰ্জ্জুন আদিৰ যে কথাই নাই, যি যুধিষ্ঠিৰ ধৈৰ্য্য আৰু গাম্ভীৰ্য বিষয়ে উপমা-স্থল, সেই যুধিষ্ঠিৰো শোকত বিহ্বল হ'ল।

মাকৰ পোৱা-পেটেৰে দ্ৰৌপদীয়ে, এটা নহয় দুটা নহয় পাঁচোটা পুতেকৰ শোক, একে সময়তে সহে কেনেকৈ? তেওঁ কান্দি-কাতি, মূছকঁছ গ'ল। তাৰ পাচত জ্ঞান পাই, বৰ উত্তেজিত হৈ ক'লে, "সেই বিটলীয়া, নৰাধম অশ্বত্থামাক মাৰি, তাৰ মূৰৰ মণিটো আনি নিদিলে, মই অনাহাৰত প্ৰাণত্যাগ কৰিম।"

যুধিষ্ঠিৰ শ্ৰীকৃষ্ণ আদিয়ে কত বুজালে, কিন্তু তেওঁৰ মুখত কেৱল মাত্ৰ সেই একে আষাৰ কথা "মোক মণিটো লাগিবই।"

দ্ৰৌপদীৰ বিলাই দেখি, ভীমে আৰু স'হি থাকিব নোৱাৰিলে; নকুলক ৰথৰ সাৰথি কৰি লৈ, তেওঁ তুৰন্তে অশ্বত্থামাক বিচাৰি গ'ল।

শ্ৰীকৃষ্ণই দেখিলে সৰ্ব্বনাশ। অশ্বত্থামাৰ হাতত 'ব্ৰহ্মশিৰা' নামেৰে দ্ৰোণাচাৰ্য্যই দিয়া যি মহা অস্ত্ৰপাট আছে, যদি খঙৰ ভমকত তেওঁ সেই অস্ত্ৰপাট কেনেবাকৈ ভীমৰ গালৈ মাৰি পঠায়, তেন্তে ভীমক ৰক্ষা কৰাই টান হৈ উঠিব। সেই বাবে, বেগাবেগিকৈ যুধিষ্ঠিৰ আৰু অৰ্জ্জুনক লগত লৈ, শ্ৰীকৃষ্ণই ভীমৰ পাচে-পাচে ৰথ লৰুৱাই দিলে।

পাণ্ডৱসকলৰ ভয়ত, অশ্বত্থামা সেই সময়ত ব্যাসদেৱৰ আশ্ৰমত লুকাই আছিলগৈ। দূৰৰ পৰা ভীমক দেখিয়েই তেওঁৰ গা চেৰালে; তাৰ পাচত অৰ্জ্জুন আৰু শ্ৰীকৃষ্ণক দেখি যে তেওঁৰ ধাতু উৰি গ'ল। আত্মৰক্ষাৰ আন উপায় নেদেখি, মৰণত শৰণ দি "আজি পাণ্ডৱ-বংশ লোপ পাওক" বুলি, সেই অমোঘ অস্ত্ৰপাট মাৰি পঠালে।

শ্ৰীকৃষ্ণই ইমান বেলি যিহলৈকে ভয় কৰি আছিল সেয়ে হ'ল। অৰ্জ্জুন বিবুদ্ধি হৈ, অশ্বত্থামাৰ অস্ত্ৰ নিবাৰণ কৰিবৰ নিমিত্তে, দ্ৰোণাচাৰ্য্যই দিয়া দিব্য অস্ত্ৰ এপাট এৰি দিলে।

সেই মহা অস্ত্ৰ দুপাটৰ তেজত স্বৰ্গ আৰু মৰ্ত্ত্যত তোলপাৰ লাগিল। ভয়ত সকলোৱে 'ত্ৰাহি মধুসূদন' স্মৰিবলৈ ধৰিলে।

সৃষ্টি নাশ হোৱাৰ উপক্ৰম দেখি, নাৰদ আৰু ব্যাসদেৱে থিৰেৰে থাকিব নোৱাৰিলে। দুই জন মুনি ল'ৰি আহি

দুই অস্ত্ৰৰ নাজত থিয় হৈ, উভয়কে আপোন-আপোন অস্ত্ৰ সম্বৰণ কৰিবলৈ অনুৰোধ কৰিলে।

যাৰ মনত অলপো কুভাৱ নাই, অস্ত্ৰ প্ৰত্যাহাৰ কৰা তেওঁৰ পক্ষে অতি সহজ; কিন্তু যাৰ মন নিৰ্ম্মল নহয়, তেওঁ অস্ত্ৰ প্ৰত্যাহাৰ কৰিবলৈ গলে প্ৰাণৰে সংশয়।

অৰ্জ্জুন নিৰ্দ্দোষী আৰু সাধু পুৰুষ। তেওঁ হেলাৰাঙ্গে নিজ অস্ত্ৰ সম্বৰণ কৰিলে; কিন্তু অশ্বত্থামাই হ'লে সেই কামলৈ সাহ দিবই নোৱাৰিলে। তেওঁ ক'লে "পাণ্ডৱসকলক দেখি ভয় খাই, অস্ত্ৰপ্ৰহাৰ কৰিছিলোঁ; যদি সেই অস্ত্ৰ থমাব খোজোঁ, তেন্তে নিজেই মৰা পৰিম।"

তেতিয়া মুনি দুজন মধ্যস্থ হৈ মীমাংসা কৰি দিলে যে, অশ্বত্থামাৰ অস্ত্ৰই উত্তৰাৰ শিশু সন্তানটি বধ কৰকগৈ; আৰু অশ্বত্থামাই তেওঁৰ মূৰৰ মণিটো পাণ্ডৱসকলক দি, ক্ষমা খোজক।

ল'ৰাটি তেতিয়াও মাকৰ গৰ্ভতে আছিল। জন্ম হ'লত শ্ৰীকৃষ্ণৰ আশীৰ্ব্বাদত মৰা ল'ৰাটিয়ে পুনৰ জীৱন পালে। তেওঁৰ নামেই পৰীক্ষিত।

মূৰৰ মণিটো কাটি দিয়াৰ ভমভমনি অশ্বত্থামাৰ আজিলৈকে মৰা নাই। তেওঁ চিৰজীবী: সেইবাবে, সেই কষ্ট সদায় ভুগি থাকিব লাগিব। মানুহে তেল ঘঁহাৰ আগতে সেই ভম্ভমনি অলপ পাতলানৰ উদ্দেশ্যে, তিনি ছাটি তেল তেওঁৰ নামেৰে পেলাই দিয়ে। বেয়া কাম কৰাৰ প্ৰতিফল এয়ে।

ইকালে, অশ্বত্থামাৰ মূৰৰ মণিটো যুধিষ্ঠিৰৰ মূৰত পিন্ধাই এই দাৰুণ পুত্ৰ-শোকতো, দ্ৰৌপদীয়ে অলপ শান্তি লাভ কৰিলে।



## ষষ্ঠ অধ্যায়।

কুৰুক্ষেত্ৰৰ যুদ্ধৰ পাচত, ঘৰ-নিৰন্তৰে শোক-বহ্নি জ্বলি উঠিছিল। যুধিষ্ঠিৰে ৰাজ্য পালে হয়; কিন্তু তেওঁৰ হৃদয়ত হ'লে লেশ মাত্ৰও সুখ-শান্তি নাছিল। আত্মীয়-স্বজনৰ শোকত তেওঁ এনেয়ে জুলুকা লাগি পৰিছিল; তাতে আকৌ মাকৰ মুখে কৰ্ণৰ আচল পৰিচয় পাই, তেওঁৰ হিয়া ফাটি গ'ল।

যুধিষ্ঠিৰৰ হস্তিনালৈ গমন আৰু ৰাজপদ গ্ৰহণ।

বিষম ভ্ৰাতৃ-শোকত অধীৰ হৈ, যুধিষ্ঠিৰে ৰাজসম্পদ এৰি দি, বনলৈ যাবলৈহে ওলাল। ভীম, অৰ্জ্জুন আদি চাৰি ভায়ে আৰু দ্ৰৌপদীয়ে, তেওঁক কিমান কাবৌ-কোকালি কৰিলে, আৰু কত বুজালে, কিন্তু একোতে একো ফল নধৰিলে। শেহত শ্ৰীকৃষ্ণ আৰু ব্যাসদেৱে বহুত বুজনি দি. তেওঁৰ অনিচ্ছা সত্ত্বেও, ৰাজ্যভাৰ গ্ৰহণ কৰিবলৈ বাধ্য কৰিলে। হস্তিনাৰ প্ৰজাবিলাকে বৰ আদৰেৰে যুধিষ্ঠিৰক অভ্যৰ্থনা কৰিলে; আৰু শুভ দিন চোৱাই, সোনকালে তেওঁক হস্তিনাৰ সিংহাসনত বহুৱালে।

তেওঁৰ সুসাশনৰ গুণত, অলপ দিনৰ ভিতৰতে গোটেই ৰাজ্যত চোৰ-ডকাইতৰ সঁচ নাইকিয়া হ'ল। হস্তিনাই পূৰ্ব্বৰ শ্ৰী ধাৰণ কৰিলে। প্ৰজাবিলাক জয়-জয়-ময়ময়

হ'ল। তেওঁৰ নম্ৰ আৰু শিষ্ট আচৰণত, ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীয়ে লগত-যোৱা পুত্ৰ-শোককো পাহৰি পেলালে। মুঠতে, পাণ্ডৱসকলৰ মানত ৰৰপিতাক আৰু ৰৰমাকক মূৰত ল'লেও ওকণীয়ে খায়, আৰু মাটিত থ'লেও পিপৰাই খায়। ভীমৰ আচৰণ অৱশ্যে এফেৰি লৰ আছিল।

এইদৰে কেই বছৰমান যোৱাৰ পাচত, যুধিষ্ঠিৰে এটা অশ্বমেধ যজ্ঞ পাতিলে। যজ্ঞৰ অন্তত, ধৃতৰাষ্ট্ৰ, গান্ধাৰী, কুন্তী আৰু বিদুৰ তপস্যা কৰিবলৈ বনলৈ গ'ল। ক্ৰমান্বয়ে তিনি বছৰ কঠোৰ তপস্যা কৰাৰ পাচত, এদিন যজ্ঞাগ্নিত ভস্ম হৈ, তেওঁলোকে ইহ লীলা সম্বৰণ কৰিলে। এই নিদাৰুণ বাতৰি পাই, পাণ্ডৱসকল শোকত ব্যাকুল হ'ল।

ইয়াৰ কিছু দিনৰ পাচত বৰ শোক-লগা আৰু এটা দুৰ্ঘটনা ঘটিল। শ্ৰীকৃষ্ণৰ সমান হিতৈষী বন্ধু পাণ্ডৱসকলৰ আৰু কোনো নাছিল। নাৰদ, কণ্ব আৰু বিশ্বামিত্ৰ ঋষিৰ শাপত, সেই কৃষ্ণৱংশৰ নাম নুমাবৰ সূচনা হ'ল। আমোদ-প্ৰমোদ কৰিবলৈ যাদৱবিলাকে মাজে-মাজে প্ৰভাস তীৰ্থলৈ গৈ থাকে। এদিন সেই দৰে তাত ৰং ধেমালি কৰি থাকোঁতে, মুনিৰ শাপত তেওঁবিলাক উত্তেজিত হৈ নিজৰ ভিতৰতে এনে দৰে মৰা-মৰি, টঙ্গনা-টঙ্গনি কৰিবলৈ ধৰিলে যে, গতি-গোত্ৰ দেখি শ্ৰীকৃষ্ণয়ো ভয় খালে। বিবাদৰ সূত্ৰপাত দেখিয়েই, তেওঁ অৰ্জ্জুনৰ ওচৰলৈ মানুহ পঠালে; কিন্তু তেওঁ আহি নৌ

পাওঁতেই, প্ৰভাস-তীৰ্থ শ্মশানত পৰিণত হ'ল। আনকি, অৰ্জ্জুনেও শ্ৰীকৃষ্ণক জীৱিত অৱস্থাত নাপালেগৈ।

শ্ৰীকৃষ্ণক নেদেখি অৰ্জ্জুনে চাৰিওফালে আন্ধাৰ দেখিলে। তেওঁৰ মূৰত যেন বজ্ৰপাতহে পৰিল। তেওঁ তেতিয়া ভালকৈ বুজিব পাৰিলে যে, পৃথিবীৰপৰা তেওঁবিলাকো যাবৰ হ'ল।

যুধিষ্ঠিৰে যথাসময়ত এই সম্বাদ শুনি, চকুলোৰে বাট নেদেখা হ'ল। ৰাজ্যলৈ তেওঁৰ মোটেই আসক্তি নাছিল। মাক, বৰমাক, বৰপিতাক, আৰু দদায়েকৰ শোক পাহৰিবলৈ নৌ পাওঁতেই, এই শোকে তেওঁৰ আমঠু ক'লা কৰি পেলালে। ক্ৰমাৎ সকলোৰে পৃথিবীৰপৰা বিদায় লোৱা দেখি, মহা-প্ৰস্থানৰ নিমিত্তে তেৱোঁ সাজু হ'ল। দ্ৰৌপদী আৰু চাৰি ভায়েক তেওঁৰ লগত ওলাল। ৰাজ্যৰ ভাৰ পৰিল—উত্তৰা আৰু অভিমন্যুৰ পুতেক—পৰীক্ষিতৰ মূৰত।

দ্ৰৌপদীৰে সৈতে পাণ্ডৱসকলৰ মহা-প্ৰস্থান।

বনলৈ নাযাবলৈ পাণ্ডৱসকলক সকলোৱে বৰকৈ টানি ধৰিছিল; কিন্তু তেওঁবিলাকে কাৰো কথা নুশুনিলে। সকলোৰে আগত গ'ল যুধিষ্ঠিৰ। তেওঁৰ পাচত ক্ৰমান্বয়ে ভীম, অৰ্জ্জুন, নকুল, সহদেৱ আৰু দ্ৰৌপদী; সকলোৰে পাচত গ'ল এটা কুকুৰ। অসংখ্য বন-উপবন, নদ-নদী, গাওঁ-ভূঁই, পৰ্ব্বত-পাহাৰ, পাৰ হৈ কিছু দিনৰ পাচত, তেওঁবিলাক সাগৰৰ দাঁতিত ওলালগৈ। তাত অগ্নি দেৱতাই দেখা দি তেওঁ দিয়া গাণ্ডীৱ ধনুখন অৰ্জ্জুনৰ হাতৰ পৰা খুজি ল'লে।

তেওঁবিলাক ক্ৰমাৎ উত্তৰলৈ যাবলৈ ধৰিলে। হিমালয় পৰ্ব্বত পাই, অলপমান ওপৰলৈ উঠোঁতেই দ্ৰৌপদীৰ হাত-ভৰিবোৰ ঠেৰেঙ্গা হ'ল; আৰু অলপ সময়ৰ পাচতে, ঢাঁচ কৰে লুটি খাই পৰি, দ্ৰৌপদী ঢুকাই থাকিল।

তেতিয়া ভীমে যুধিষ্ঠিৰক সুধিলে, "মহাৰাজ, জীয়াই থাকোঁতে দ্ৰৌপদীয়ে কোনো বেয়া কাম কৰাৰ কথা মনত নপৰে দেখোঁ; তেনেস্থলত তেওঁ সোঁ-শৰীৰে স্বৰ্গলৈ যাব নোৱাৰিলে কিয়"?

যুধিষ্ঠিৰে ক'লে, "দ্ৰৌপদীয়ে ন্যায়মতে আমি পাঁচো ভাইক সমান চকুৰে চাব লাগিছিল; কিন্তু আমাৰ ইকেই-জনতকৈ অৰ্জ্জুনলৈ তেওঁৰ নেহা একেবি অধিক আছিল। সেই পাপৰ ফলত তেওঁৰ ইয়াতে মৃত্যু হ'ল"।

আৰু কিছু দূৰ যোৱাৰ পাচত সহদেৱ পৰিল। ভীমে তেওঁৰ মৃত্যুৰ কাৰণ সোধাত, যুধিষ্ঠিৰে ক'লে, "সহদেৱে নিজক বৰ বিজ্ঞ বুলি মনতে অহঙ্কাৰ কৰিছিল; সেই কাৰণে তেওঁৰ ইয়াতে মৃত্যু হ'ল"।

অলপ দূৰ গৈ নকুল পৰিল। তেতিয়া ভীমে তেওঁৰ পতনৰ কাৰণ যুধিষ্ঠিৰক সুধিলে। তেওঁ কলে, "নকুল বৰ ধাৰ্ম্মিক আছিল সঁচা; কিন্তু তেওঁ তেওঁৰ সমান সুন্দৰ পুৰুষ নাই বুলি মনতে ভাবিছিল। সেই অহঙ্কাৰৰ কাৰণে তেওঁৰ পতন হ'ল"।

ইয়াৰ পাচত অৰ্জ্জুন পৰিলত, ভীমে যুধিষ্ঠিৰক অৰ্জ্জুনৰ পতনৰ কাৰণ সুধিলে। যুধিষ্ঠিৰে ক'লে, "অৰ্জ্জুনে একে দিনাই সকলো শত্ৰু সংহাৰ কৰিব বুলি প্ৰতিজ্ঞা কৰিছিল; কিন্তু কাৰ্য্যত তেওঁ তাক কৰিব নোৱাৰিলে। সেয়ে তেওঁৰ মৃত্যুৰ কাৰণ।"

তাৰ পাচত ভীম নিজে পৰিল; আৰু তেওঁ পৰাৰ কাৰণ যুধিষ্ঠিৰক সুধিলে। তেওঁ ক'লে, "তুমি মনতে ভাবিছিলা তোমাৰ সমান বলী কোনো নাই। সেই পাপৰ ফলত তোমাৰ ইয়াতে মৃত্যু হ'ল"।

ইয়াৰ পাচত যুধিষ্ঠিৰ অকলশৰে যাবলৈ ধৰিলে। লগত থাকিল মাথোন কুকুৰটো।

কিছু দূৰ যোৱাৰ পাচত, দেৱৰাজ ইন্দ্ৰই পুষ্পক ৰথ লৈ তেওঁক নিবলৈ আহিল; আৰু যুধিষ্ঠিৰক ৰথত উঠিবলৈ ক'লে। তেওঁ কুকুৰটোৰে সৈতে ৰথত উঠিবলৈ গ'ল। অস্পৃশ্য কুকুৰটো ইন্দ্ৰই ৰথত নিব নোৱাৰে বুলি কোৱাত, যুধিষ্ঠিৰ ৰথত উঠি পাচ-হুঁহকি আহিল; আৰু তেওঁৰ আশ্ৰিত কুকুৰটো নিব নোৱাৰিলে তেৱোঁ স্বৰ্গলৈ নাযায় বুলি ক'লে। যুধিষ্ঠিৰক পৰীক্ষা কৰিবলৈ ধৰ্ম্মই কুকুৰ-ৰূপ ধৰিছিল। যুধিষ্ঠিৰ পৰীক্ষাত উত্তীৰ্ণ হ'লত ধৰ্ম্মই নিজ-ৰূপ ধৰি তেওঁক

প্ৰশংসা কৰিবলৈ ধৰিলে ; আৰু ইন্দ্ৰই দুইকো ৰথত তুলি লৈ স্বৰ্গলৈ গুচি গ'ল। তাত তেওঁ ভাই-বন্ধু, আত্মীয়-স্বজন, সকলোৰে লগত থাকি, স্বৰ্গৰ বিমল আনন্দ উপভোগ কৰিবলৈ ধৰিলে।



